# চুতীয়াসকলৰ আত্মপৰিচিতিৰ সংগ্ৰামৰ এক শতিকা

ড° দেৱব্ৰত শৰ্মা

বনলতা প্ৰকাশন

**Chutiasakalar Atma Parichitir Sangramar Ek Shatika**, A History of the Struggle of the Chutia People for their Self Identity During the Last Century, authored by Dr. Devabrata Sharma, and published by Sonadhar Rajkhowa, Hema Hazarika, Ajit Goswami, Hiren Hazarika and Bipul Hazarika
**Price Rupees Seventy Seven for General Hard bound Edition and Rupees One Hundred for Library Edition.**

প্ৰথম প্ৰকাশ ঃ ১৪ ডিচেম্বৰ, ২০০৬
মূল্য ঃ সাধাৰণ সংস্কৰণৰ বাবে ঃ ৭৭/- টকা পুথিভঁৰাল সংস্কৰণৰ বাবে ঃ ১০০/- টকা
প্ৰকাশক ঃ একলব্য প্ৰকাশনৰ হৈ সোণাধৰ ৰাজখোৱা আৰু হেম হাজৰিকা (বৰহোলা), অজিত গোস্বামী (যোৰহাট), হীৰেন হাজৰিকা (কবি, গোলাঘাট) আৰু বিপুল হাজৰিকা (সমাজকৰ্মী, গোলাঘাট)।

মুদ্ৰণ ঃ লিপি অফছেট, গড়আলি, যোৰহাট।

**বেটুপাতে কথা কয় ঃ**

এই গ্ৰন্থৰ বেটুপাত সজোৱা হৈছে মিচৰৰ সভ্যতাৰ কেতবোৰ বিশেষ ভাস্কৰ্য আৰু মূৰ্তিৰে। ইয়াৰ পটভূমিত আছে নীলনদীৰ পাৰৰ এটা সমাধিস্থানৰ দেৱালৰ ভাস্কৰ্য, য'ত বহু জীৱ-জন্তু আৰু চৰাই দেখা গৈছে, যিবোৰক সম্ভৱতঃ *টোটেম* হিচাপে লোৱা হৈছিল। বেটুপাতৰ সন্মুখৰ ফালে সোঁহাতে ওপৰত দেখা গৈছে *বাস্তেত* দেৱীৰ পীঠস্থানত পোৱা মেকুৰীৰ সমাধিত আৱিষ্কৃত এটা মেকুৰীৰ *মামি*। আনহাতে বাওঁফালে দেখা পাইছোঁ মিচৰৰেই এটা ব্ৰঞ্জৰ মেকুৰী, যাৰ ওপৰত ৰূপালী তৰপ আছে। তাৰ কাণফুলি আৰু নাকফুলিবোৰ আকৌ সোণৰ। আনহাতে পাছফালৰ বেটুপাতত আমি দেখা পাইছোঁ ঊনবিংশ-বংশৰ এখন দেৱাল চিত্ৰ। তাত এটা মেকুৰীয়ে হাতত তৰোৱাল লৈ এটা সাপক কটা দেখা গৈছে।

উল্লেখযোগ্য যে পৃথিৱীৰ ভিতৰত উত্তৰ আফ্ৰিকাতেই প্ৰথম মেকুৰীক পোহনীয়া কৰাৰ সাক্ষ্য পোৱা যায়। মেকুৰী আছিল মিচৰবাসীৰ অতিশয় শ্ৰদ্ধা আৰু মৰমৰ প্ৰাণী। সেয়েহে তাত ফাৰাওসকলৰ পিৰামিডৰ আশে-পাশে লক্ষ লক্ষ মেকুৰীৰো সমাধি তথা মামি পোৱা যায়। ব্ৰিটিছ সাম্ৰাজ্যবাদীহঁতে মিছৰৰ পৰা এনে লাখ লাখ কিলো মেকুৰীৰ মৃতদেহৰ *মামি* নিজৰ দেশলৈ লৈ যায়, সাৰ হিচাপে ব্যৱহাৰৰ বাবে। এনেকৈয়ে সিহঁতে মিচৰৰ গৌৰৱোজ্জ্বল ইতিহাসক ধ্বংস কৰাৰ চক্ৰান্ত কৰে।

এই গ্ৰন্থৰ বিষয়বস্তুৰ লগত মেকুৰীৰ সম্পৰ্ক মাথোঁ ইয়াতেই যে, চুতীয়াসকলৰ জাতীয় *টোটেম* হৈছে মেকুৰী। কিয় আৰু কেনেকৈ সেয়া হ'বলৈ পালে তাৰ অনুসন্ধানে আমাক ইতিহাসৰ গভীৰতম প্ৰদেশলৈ লৈ যাব, হয়তো উন্মোচিত কৰাব সভ্যতা-সংস্কৃতিৰ নতুন দিগন্ত। আমাৰ যাত্ৰা হয়তো সামৰণি পৰিব চীন দেশৰ কোনো প্ৰত্যন্ত প্ৰদেশত অথবা আন কোনো অজ্ঞান্তিমুলুকত। ইতিহাসৰ ছাত্ৰৰ বস্তুনিষ্ঠ অনুসন্ধানৰ বাহিৰে আন একোৱেই আমাক সত্যৰ সন্মুখীন কৰাব নোৱাৰে। সেয়াই এই বেটুপাতৰ বাৰ্তা।

বেটুপাতৰ পৰিকল্পনা ঃ দেৱব্ৰত শৰ্মাৰ, কাৰ্যকৰী কৰিলে ঃ দেৱব্ৰত মহন্তই।

# প্ৰখ্যাত ইতিহাসবিদ

# ড° ডম্বৰুধৰ নাথৰ শুভেচ্ছাবাণী

**চুতীয়াসকলৰ আত্ম পৰিচিতিৰ সংগ্ৰামৰ এক শতিকা** — ড° দেবব্ৰত শৰ্মাৰ গৱেষণা প্ৰচেষ্টাৰ এক ঐতিহাসিক সুফল। ঊনবিংশ শতিকাৰ অসমীয়া জাতি-গঠন প্ৰক্ৰিয়াৰ ফলশ্ৰুতিত বিংশ শতিকাত প্ৰতিভাত হোৱা জনগোষ্ঠীয় আন্দোলন সমূহৰ ভিতৰত মূলতঃ সদৌ অসম চুতীয়া সম্মিলনৰ মাধ্যমেৰে গঢ়ি তোলা চুতীয়াসকলৰ আত্মপৰিচয়ৰ আন্দোলনো অন্যতম। আপাততঃ চুতীয়াসকলৰ এই আত্ম পৰিচয় চেতনাক সমকালীন ভাৰতীয় পটভূমিৰ পৰা বিচ্ছিন্ন কৰি চোৱা নাযায়। ব্ৰিটিছ ঔপনিবেশিক সভ্যতাৰ লগত অহা ঔপনিবেশিক পুঁজিবাদী আধুনিকতাৰ লগত অহা শ্ৰেণী চেতনা আৰু সেই চেতনা প্ৰতিফলন হোৱা লোকপিয়লৰ টোকাবোৰে কুৰি শতিকাৰ আৰম্ভণিৰে পৰা অসমৰ পিছপৰা, অস্পৃশ্য লোকসকলৰ মাজত সম্ভ্ৰম অধিকাৰৰ চেতনা জগাই তুলিছিল। চুতীয়া সকলৰ আত্মপৰিচয় চেতনাক তাৰ পৰা ফালৰি কাটি নিব নোৱাৰি। অৱশ্যে, আন আন চেতনাশীল জনগোষ্ঠী সকলৰ লগত চুতীয়াসকলৰ দুটা দিশত পাৰ্থক্য আছিল - সেয়া হ'ল ঃ ব্ৰাহ্মণ্যবাদী সামন্তীয় সমাজৰ বৰ্ণ বৈষম্যৰ প্ৰতি থকা তেওঁলোকৰ অগাধ ভক্তি আৰু জনগোষ্ঠীয় পৰিচয়ৰ মাধ্যমেদি বিচাৰিব খোজা ৰাজনৈতিক অধিকাৰ। চুতীয়া সকলৰ এনে দ্বিধাক্লিষ্ট চেতনাৰ আন্দোলনে তেওঁলোকৰ চেতনাৰ গতি আৰু শক্তি বহু পৰিমাণে ধীৰ কৰি ৰাখিলে। ড° শৰ্মাই চুতীয়া সকলৰ বিভিন্ন সংগঠন আৰু তেওঁলোকৰ সৃষ্ট সাহিত্য সমূহ পুংখানুপুংখ ভাৱে আলোচনা কৰি তেওঁলোকৰ শবছৰ জোৰা আত্মপৰিচয়ৰ চেতনাৰ ইতিহাস আৰু ইয়াৰ বিভিন্ন দিশবোৰ গ্ৰন্থখনত দাঙি ধৰিছে। অসমৰ জাতি-গঠন প্ৰক্ৰিয়াৰ উপলব্ধি আৰু অধ্যয়নত চুতীয়াসকলৰ স্বজাতি-চেতনাৰ ইতিহাসে যে প্ৰভূতভাৱে সহায় কৰিব তাৰো ড° শৰ্মাই ইঙ্গিত দিছে। গ্ৰন্থখনৰ বিষয় বস্তুৰ ভিত্তি আৰু গৱেষণা ধৰ্মিতাৰ স্বাক্ষৰ ৰূপে গ্ৰন্থখনৰ শেষত ড° শৰ্মাই ব্যৱহৃত উৎসসমূহৰ যি সন্ধান দিছে, সি ইয়াক প্ৰভূত পৰিমাণে বিজ্ঞান-ইতিহাসৰ শাৰীলৈ উত্তীৰ্ণ কৰিছে। অসমৰ জনগোষ্ঠীয় ইতিহাস চৰ্চাত ড° শৰ্মাৰ গ্ৰন্থখনে বিশেষ বৰঙণি যোগাব।

ডিব্ৰুগড় বিশ্ববিদ্যালয়
১১/১২/২০০৬

**ড° ডম্বৰুধৰ নাথ**

# অসমৰ আধুনিক ইতিহাসৰ পুনৰনির্মাণৰ অভিমুখে

এই গ্ৰন্থ প্ৰকাশৰ ক্ষেত্ৰত সবাতোকৈ আগতে যাৰ প্ৰতি মই কৃতজ্ঞতা জনাব লাগিব, তেখেতসকল হৈছে অসমৰ দুগৰাকী স্বনামধন্য ইতিহাসবিদ, ক্ৰমে অধ্যাপিকা ড° স্বৰ্ণলতা বৰুৱা বাইদেউ আৰু অধ্যাপক ড° ডম্বৰু নাথ চাৰ। চুতীয়া জাতিৰ বুৰঞ্জীৰ যথাক্ৰমে মুখ্য সম্পাদক আৰু সম্পাদকৰ দায়িত্ব বহন কৰা এই দুজন লব্ধপ্ৰতিষ্ঠ ইতিহাসবিদৰ আশীৰ্বাদ আৰু প্ৰেৰণাই এই গ্ৰন্থ প্ৰকাশৰ বাবে আমাক সাহস দিলে। লগতে কৈ ৰখা ভাল যে এই গ্ৰন্থৰ মূল কথাখিনি চুতীয়া জাতিৰ বুৰঞ্জীৰ বাবে প্ৰস্তুত আৰু তাৰবাবে দাখিল কৰা হৈছে। প্ৰসংগতঃ আৰু এটা কথা ক'বই লাগিব, সেয়া হ'ল ড° হীৰেন গোহাঁইৰ তত্বাৱধানত অসমীয়া জাতিগঠন প্ৰক্ৰিয়া সম্পৰ্কে আমাৰ যি গৱেষণা আছিল, সেই গৱেষণাৰ সময়ত আমি চুতীয়াসকলৰ সমস্যা-সংগঠন-সংগ্ৰামৰ বিষয়ে বিশেষ একো কাম কৰিব পৰা নাছিলোঁ।

আমাৰে সৌভাগ্য যে, পৰম শ্ৰদ্ধেয় ড° স্বৰ্ণলতা বৰুৱা বাইদেউ আৰু ড° ডম্বৰুধৰ নাথ চাৰে চুতীয়া বুৰঞ্জীৰ বাবে *চুতীয়াসকলৰ আত্মপৰিচয়ৰ চেতনা* শীৰ্ষক এটা অধ্যায় লিখিবলৈ দিলে। বহুৰজোৰা তথ্য অনুসন্ধানৰ ভিত্তিত প্ৰস্তুত এই অধ্যায়টোৰ কামে আমাক আন এক ধৰণে প্ৰভূত সহায় কৰিলে। আমি আমাৰ **অসমীয়া জাতি গঠন প্ৰক্ৰিয়া আৰু জাতীয়-জনগোষ্ঠীগত অনুষ্ঠানসমূহ** শীৰ্ষক সদ্যপ্ৰকাশিত গৱেষণাগ্ৰন্থত উক্ত অধ্যায়ৰ নিৰ্যাসখিনি অন্তৰ্ভুক্ত কৰিবলৈ সক্ষম হওঁ। একেদৰে আমাৰ মূল গৱেষণা-গ্ৰন্থত সত্ৰ অনুষ্ঠানৰ বিষয়ে বিতংকৈ আছিল যদিও তাৰ নেতিবাচক দিশৰ সাঁহাৰিৰূপে

জন্ম লভা শ্ৰীমন্ত শংকৰদেৱ সংঘৰ প্ৰতিবাদী আন্দোলনৰ বিষয়ে বিশেষ একো নাছিল। কিন্তু শেহতীয়াভাৱে একলব্যৰ তৰকৰ পৰা শ্ৰীমন্ত শংকৰদেৱ বঁটা বিজয়ী বৈষ্ণৱপণ্ডিত দলিতদৰদী মুক্তিযোদ্ধা সোণাৰাম চুতীয়াদেৱৰ সম্বৰ্ধনা অনুষ্ঠান ৰাজ্যৰ বিভিন্ন প্ৰান্তত অনুষ্ঠিত কৰিবলৈ গৈ আৰু তাক কেন্দ্ৰ কৰি কেবাখনো গ্ৰন্থ প্ৰকাশ কৰিবলৈ লৈ আমি সংঘৰ বিষয়েও এক অধ্যয়ন চলোৱাৰ সুযোগ পাওঁ। সেই অধ্যয়নৰ সাৰাংশখিনিও আমাৰ সদ্যপ্ৰকাশিত গৱেষণা-গ্ৰন্থত সামৰি ল'ব পাৰি আমি অত্যন্ত সুখী হৈছোঁ। অৱশ্যে সেয়া বেলেগ এক প্ৰসংগ।

গ্ৰন্থখনৰ বিষয়ে সদ্যহতে ইমানখিনিকে কৈ থওঁ যে তথাকথিত একমাত্ৰ মূলসুঁতিৰ ইতিহাসৰ বিপৰীতে এতিয়া উপনদীবিলাকৰ ইতিহাসো পোহৰলৈ আহিছে। সেইবোৰ ইতিহাসক বাদ দি এখন সামগ্ৰিক ইতিহাসো গঢ়ি উঠিব নোৱাৰে। আজি নিম্নবৰ্গৰ ইতিহাসে (Subaltern Studies) তথাকথিত মূলসুঁতিৰ ইতিহাসৰ সেইখিনি অসম্পূৰ্ণতা বা দুৰ্বলতা পূৰণ কৰিবলৈ আগবাঢ়ি আহিছে। আমি অৱশ্যে নিম্নবৰ্গ বা নিপীড়িত মানুহৰ কোনো খণ্ডিত ইতিহাসৰ পক্ষত নহয়। ইতিহাসবীক্ষাৰ এক সামগ্ৰিকতা থাকিবই লাগিব। সেই দৃষ্টিত প্ৰতিটো জাতি-জনগোষ্ঠীৰ ইতিহাসৰ নিৰ্মাণে এক সামগ্ৰিক ইতিহাসত পৰিণতি লভা উচিত। অসমীয়া জাতিৰ অন্তৰ্ভুক্ত বিভিন্ন জনগোষ্ঠীৰ ইতিহাসে অসমীয়া জাতিক হানি কৰিব বুলি আশংকা কৰাৰ কোনো থল নাই। বৰং সেইবোৰ ইতহাসে অসম আৰু অসমীয়াক ৰং-ৰস-ৰূপে অপৰূপ ৰমকজমক সজ্জাৰে সজাইহে তুলিব।

আমি সেয়েহে অন্যতম অসমীয়া জাতীয় নেতা সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞিক ইতিমধ্যে সম্পাদনা কৰি আছোঁ আৰু তিনি শতিকাৰ তাই আহোম দলিল সমগ্ৰ নামৰ আন এখন সুবৃহৎ সংকলনৰ কাম কৰি আছোঁ। একেদৰে ১) অধ্যাপক প্ৰভুদান মৈহৰিক চাবোৱানআৰু অসমৰ ঝাড়খণ্ডী আদিবাসী সংগ্ৰাম, ২) সন্তোষ কুমাৰ তপ্ন আৰু অসমলৈ আদিবাসী সমাজৰ অৱদান, ৩) ভ্ৰমৰচন্দ্ৰ শইকীয়া আৰু তেওঁৰ ৰচনাসমগ্ৰ, ৪) ভ্ৰমৰ (সম্পাদিত সংকলন), ৫) নিপীড়িত মানুহৰ বিস্মৃত সেনাপতি আদি গ্ৰন্থৰ কাম কৰি আছোঁ এক বিকল্প ইতিহাস নিৰ্মাণৰ মানসেৰেই। সেই বিকল্প ইতিহাস হ'ব উগ্ৰজাতিদম্ভ আৰু সাম্প্ৰদায়িকতাবৰ্জিত। সকলো জাতিৰ প্ৰতি শ্ৰদ্ধাশীল আৰু বস্তুনিষ্ঠ এক বিজ্ঞানসম্মত দৃষ্টিভংগীৰেহে তেনে ইতিহাসৰ নিৰ্মাণ সম্ভৱ। চুতীয়া বুৰঞ্জীৰ আধুনিক পৰ্যায়ৰ এক শতিকাৰ ইতিহাসৰ এই নিৰ্মাণে যদি অসমৰ আধুনিক ইতিহাসৰ পুনৰ নিৰ্মাণৰ কামত অলপো বৰঙণি যোগায়, আমাৰ প্ৰচেষ্টা সাৰ্থক হ'ব।

এই গ্ৰন্থ প্ৰকাশ সম্ভৱ নহ'লহেঁতেন যদিহে ডিব্ৰুগড়ৰ ড° ডম্বৰুধৰ নাথ চাৰ,

বৰহোলাৰ ৰাষ্ট্ৰীয় পুৰস্কাৰপ্ৰাপ্ত শিক্ষাবিদ সোণাধৰ ৰাজখোৱা চাৰ, বৰহোলা জাতীয় বিদ্যালয়ৰ সম্পাদক তথা একলব্যৰ সদস্য হেম হাজৰিকা, যোৰহাটৰ বিশিষ্ট সাহিত্যিক তথা একলব্যৰ সদস্য অজিত গোস্বামী, গোলাঘাটৰ সমাজকৰ্মী তথা একলব্য অসমৰ কেন্দ্ৰীয় কৰ্মকৰ্তা বিপুল হাজৰিকা আৰু গোলাঘাটৰেই কবি-সাহিত্যিক হীৰেন হাজৰিকাই আৰ্থিক বা/ আৰু অন্যান্য ধৰণে সাহায্যৰ হাত আগ নবঢ়ালেহেঁতেন।

গ্ৰন্থখনৰ বাবে তথ্য সংগ্ৰহৰ কামত যিসকলে অশেষ সহায় আগ বঢ়াইছিল, তেখেতসকলৰ ভিতৰত আছে — দলিত দৰদী সোণাৰাম চুতীয়া, বিশিষ্ট সমাজতাত্ত্বিক ড°দুৰ্গেশ্বৰ বৰা, সদৌ চুতীয়া জাতি সন্মিলনৰ প্ৰাক্তন প্ৰধান সম্পাদক লক্ষীধৰ বড়া, বৰ্তমানৰ সহকাৰী সম্পাদক মোহন চন্দ্ৰ বৰা, ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ নাতি ডিমৌৰ ডা° ৰত্নকান্ত শইকীয়া আৰু তেখেতৰ পৰিবাৰ মীনা শইকীয়া, ডিমৌৰ অধিবক্তা প্ৰসন্ন দত্ত আৰু ফণীন্দ্ৰ চেতিয়া, দেৰগাঁও-যোৰহাটৰ দীপক ৰফিক আহমদ, যোৰহাট-গুৱাহাটীৰ সুনীল বৰা, পুনৰ ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ পৰিয়ালৰে জাঁজীৰ নীৰেন শইকীয়া-বীৰেন শইকীয়া ভাতৃদ্বয় আৰু গুৱাহাটীৰ হেমন্ত শইকীয়া, টেকেলাগাঁৱৰ সেৱিন বৰা, বৰহোলাৰ হেম হাজৰিকা আৰু বৰুণ হাজৰিকা, গোলাঘাটৰ বিপুল হাজৰিকা, কমাৰগাঁৱৰ প্ৰতাপ নেওগ, তিতাবৰৰ মহেশ্বৰ চুতীয়া আৰু যুগল হাজৰিকা, যোৰহাট মহাবিদ্যালয়ৰ গ্ৰন্থাগাৰিক দেৱগএগ্ৰ মুকুল কন্দলী আৰু সহকাৰী দিলীপ বৰা, অসম সাহিত্য সভাৰ যোৰহাট কাৰ্যালয়ৰ হেম শইকীয়া আৰু তাৰ পুথিভঁৰালৰ বীৰেন গোস্বামী, মোৰ দেউতা চলমান তথ্যৰ ভাণ্ডাৰ কথাশিল্পী ডিম্বেশ্বৰ দয়াল শৰ্মা, অধ্যাপক মাণিক শইকীয়া, ভাইটি বিষ্ণুৰাত, পৰিবাৰ সান্ত্বনা, ভাগিন অন্তৰা আদি বহুজন। তেখেতসকল প্ৰত্যেককেই মোৰ আন্তৰিক কৃতজ্ঞতা যাচিছোঁ।

অক্ষৰবিন্যাস কৰা প্ৰিণ্টবৰ্ল্ডৰ ৰাজকুমাৰ দত্ত, বেটুপাতৰ সম্পৰ্কে আমাৰ পৰিকল্পনা কৰোঁতা শিল্পী দেৱব্ৰত মহন্ত তথা মুদ্ৰক লিপি অফছেটক এই সুযোগতে মোৰ আন্তৰিক ধন্যবাদ যাঁচিলো। ইতি —

ৰাইজৰ আশিসপ্ৰাৰ্থী

মালৌআলি
১২-১২-২০০৬

**দেৱব্ৰত শৰ্মা**
মুৰব্বী, ইংৰাজী বিভাগ,
যোৰহাট মহাবিদ্যালয়
প্ৰধান সম্পাদক, একলব্য, অসম

(পুনশ্চ ঃ সান্ত্বনা, কিতাপখন তোমাৰ জন্মদিনত তোমাক দিলোঁ।)

# প্ৰস্তাৱনা

চুতীয়াসকল অসমৰ এটা গুৰুত্বপূৰ্ণ সম্প্ৰদায়। যোৱা প্ৰায় এক সহস্ৰাব্দ জুৰি তেওঁলোকৰ অসমত বসবাস আৰু ৰাজত্ব কৰাৰ ধাৰণাৰ পৰা তেওঁলোকক ভূমিসন্তান বুলিয়েই কোৱা হয়। আজি অসমৰ জনসংখ্যাৰ ভিতৰত যি অসমীয়াভাষী - একভাষী (mono-lingual) শাহটো আছে, তাৰ ভিতৰত চুতীয়াসকল অন্যতম। ক'ব পাৰি যে, চুতীয়াসকল যদি অসমীয়া নহয়, তেনেহ'লে আন কোনোবাই অসমীয়া নহয়। কিন্তু দুৰ্ভাগ্যজনকভাৱে অসমীয়া জাতিগঠন প্ৰক্ৰিয়াত (একেদৰে আন ভাৰতীয় জাতিবোৰৰ গঠন প্ৰক্ৰিয়াতো) ব্ৰাহ্মণ্যবাদী মতাদৰ্শৰ অনুপ্ৰৱেশ ঘটিল। এই মতাদৰ্শই মানুহক আনুভূমিকভাৱে (horizontally) চাবলৈ নিশিকায়; শিকায় কেৱল উল্লম্বভাৱেহে (vertically) চাবলৈ। অৰ্থাৎ ই একেটা জাতিৰ বিভিন্ন সম্প্ৰদায়ক সমান অংশীদাৰৰূপে চোৱাৰ বিপৰীতে এটাক আনটোৰ ওপৰত, এনেকৈয়ে ভাৰতৰ ডেৰহাজাৰটা জাতৰ স্তৰবিন্যাস ঘটায়।

ফলত ১৬ শতিকালৈকে অসমৰ একাংশত সগৌৰৱে শাসন চলোৱা চুতীয়াসকল পৰিণত হয় সাধাৰণ পাইকত, শূদ্ৰত, শূদিৰত, অস্পৃশ্যত, এম.অ'.বি.চি.ত। এই অপমান-বঞ্চনা নেওচি সমগ্ৰ শতিকা জুৰি কেনেকৈ চুতীয়াসকলে উঠি থিয় হ'বলৈ প্ৰয়াস পাইছিল, সমূহীয়াভাৱে, তাৰ ধাৰাবিবৰণী ইয়াত আমি দেখা পাইছোঁ। কিন্তু চুতীয়াসকলৰ সেই উৰ্দ্ধমুখী সামাজিক সচলতাৰ (upward social mobility) আকাংক্ষাত প্ৰথম অৱস্থাত পৰিচালিত হয় সংস্কৃতায়নৰ দৃষ্টিভংগীৰে 'আৰ্য' হৈ জাতত উঠাৰ আশাৰে। কিন্তু বাস্তৱৰ কঠিন কৰটি শিলত সেই সৰল কামনা চুৰমাৰ হৈ যায়; এদিন চুতীয়াসকলে ওভতনি যাত্ৰা আৰম্ভ কৰে জনজাতীয়তা অভিমুখে। এটা সম্প্ৰদায়ৰ এখন ৰাইজৰ জীয়াই থকাৰ সংগ্ৰামত আত্মপৰিচিতিৰ সন্ধানেই আমাৰ এই ইতিহাসৰ চালিকাশক্তি।

# কুৰি শতিকাৰ ভাৰতবৰ্ষৰ জনগোষ্ঠীয় আলোড়নসমূহ

অসমৰ চুতীয়াসকলৰ মাজত আত্ম পৰিচয়ৰ চেতনাৰ উন্মেষ কোনো বিচ্ছিন্ন ঘটনা নহয়। ই এক ৰাজ্যজোৰা, দেশজোৰা, আনকি জগতজোৰা প্ৰক্ৰিয়াৰে অংশ। কুৰি শতিকাৰ দ্বিতীয় দশকৰ ৰুছ বিপ্লৱৰ দিন ধৰি পৃথিৱীব্যাপি মানুহৰ চিন্তা-চেতনাত এক ব্যাপক আলোড়ন পৰিলক্ষিত হয়। জোচেফ ভিচাৰিওভিচ ষ্টালিনে কোৱা দৰে তেতিয়ালৈকে অজ্ঞাত বহু জাতিসত্তা আৰু জনগোষ্ঠীয়ে সমদল কৰি আহি যেন ইতিহাসৰ মঞ্চ দখল কৰিবলৈ লাগিল।()

আন্তৰ্জাতিক ক্ষেত্ৰত 'পৃথিৱী কঁপোৱা দহটা দিনে' যি প্ৰভাব পেলালে, ভাৰতৰ ক্ষেত্ৰত তাক ত্বৰান্বিত কৰিলে স্বাধীনতা সংগ্ৰামে। স্বাধীনতা সংগ্ৰাম বোলোঁতে ইয়াত কেৱল ১৯৪৭ চনৰ ১৫ আগষ্টৰ এটা বিশেষ মুহূৰ্তৰ কথাই কোৱা হোৱা নাই বৰং ১৮৫৫ চনৰ চাওতাল বিদ্ৰোহৰ পৰা ১৯৪৭ চনলৈ প্ৰায় এক শতিকাজোৰা বিদ্ৰোহ-বিক্ষোভ-বিপ্লৱক সামৰি লোৱা হৈছে। তেনে কৰিলে আমি দেখা পাওঁ যে ১৮৫৫ চনত সিদু-কানহু-চান্দ-ভৈৰৱ ভাতৃবৃন্দৰ নেতৃত্বত সংঘটিত ভাৰতৰ প্ৰথম স্বাধীনতা সংগ্ৰাম-স্বৰূপ চাওতালসকলৰ সংগ্ৰাম, কোল বিদ্ৰোহ, চুয়াড় বিদ্ৰোহ, ভূমিজ বিদ্ৰোহৰ পৰা আৰম্ভ কৰি ১৯০০ চনত বীৰসা মুণ্ডাৰ নেতৃত্বত সংঘটিত উলগুলান ... এই সকলোবোৰৰে এহাতেদি ব্ৰিটিছ-সাম্ৰাজ্যবাদ বিৰোধী আৰু আনহাতেদি ব্ৰাহ্মণ্যবাদ-সামন্তবাদ-বিৰোধী এক দ্বৈত চৰিত্ৰ আছিল। দ্বিতীয়তে বিভিন্ন জনগোষ্ঠীৰ মানুহক সময়ে সময়ে সামৰি ল'লেও এনে সংগ্ৰামবোৰৰ এক বিশিষ্ট জনগোষ্ঠীগত চৰিত্ৰও আছিল। ক'ব পাৰি সেয়া এক অনন্য ভাৰতীয় চৰিত্ৰই।

দশকৰ পাছত দশকজুৰি উপৰ্যুপৰি সংঘটিত এনে সংগ্ৰামবোৰে ভাৰতবৰ্ষৰ অচলায়তন গোষ্ঠীভিত্তিক গ্ৰামজীৱনত আঘাত হানিছিল, আলোড়ন আনিছিল। হেজাৰ-বিজাৰ জ্ঞাত-অজ্ঞাত জাতি-বৰ্ণ-জাত-পাতে লৰচৰ কৰি বহিছিল আৰু ইতিহাসৰ মঞ্চত নিজকে ঘোষণা কৰিবলৈ উন্মুখ হৈ পৰিছিল।

ব্ৰিটিছ সাম্ৰাজ্যবাদে নিজেও এই বিকাশত কম বৰঙণি যোগোৱা নাছিল। মানুহ আৰু মানুহৰ মাজত থকা সূক্ষ্মাতিসূক্ষ্ম পাৰ্থক্যক আধুনিক পদ্ধতিসন্মত গৱেষণাৰ জৰিয়তে আৱিস্কাৰ আৰু পৰিবৰ্দ্ধন (magnify) কৰি, সিবিলাকক লালন-পালন কৰি

আনুষ্ঠানিকীকৰণ আৰু প্ৰাতিষ্ঠানিকীকৰণ কৰাত ব্ৰিটিছ সাম্ৰাজ্যবাদৰ কোনো তুলনা নাই। বহু গৱেষকে সেয়েহে এইবুলিও ভাবিবলৈ লৈছে যে ব্ৰিটিছে জাতি-বৰ্ণক কেৱল আবিষ্কাৰেই কৰা নাই, ইয়াক জীৱন অথবা পুনৰুজ্জীৱনো দিলে। আনহাতে এনেকৈও ভবাৰ থল আছে যে জাতি-বৰ্ণৰ যি ৰূপ বৰ্তমানে আমি দেখিছোঁ সি বহুলাংশে ব্ৰিটিছৰে ৰৱণি। আধুনিক বল্লাল সেনৰ ভূমিকাৰে লোকপিয়লৰ প্ৰতিবেদনসমূহ যুগুতাবলৈ গৈ (এই ভূমিকাৰ কথা ব্ৰিটিছে নিজেই স্বীকাৰ কৰিছে। সেই সম্পৰ্কে পাছত উল্লেখ কৰা হ'ব।) ব্ৰিটিছে পুংখানুপুংখ পাৰ্থক্যকো তিলকে তাল কৰি তুলিছিল। সেই প্ৰক্ৰিয়াত পিয়লৰ প্ৰতিবেদনত নিজৰ সামাজিক স্থিতি উন্নীত কৰিবলৈ উক্ত জাত-পাতবোৰৰ মাজত অভূতপূৰ্ব সক্ৰিয়তাৰ সূচনা হৈছিল।

ইয়াৰ উপৰিও ইচ্ছাকৃত বা অনিচ্ছাকৃতভাৱে ব্ৰিটিছে ভাৰতীয় সমাজত কেতবোৰ সুদূৰপ্ৰসাৰী পৰিবৰ্তনৰ বীজ ৰোপন কৰে। নিজৰ স্বাৰ্থতে এদল কেৰাণী-মহৰী তৈয়াৰ কৰিবৰ বাবেই হওক বা ইংৰাজী ভাষা-সংস্কৃতিৰ জয়ধ্বজা উৰুৱাবৰ বাবেই হওক, ব্ৰিটিছে ভাৰতত ইংৰাজী শিক্ষাৰ প্ৰবৰ্তন কৰিছিল। ইয়াৰ সুযোগ চেগা-চোৰোকাকৈ হ'লেও অনা ব্ৰাহ্মণ বিভিন্ন সম্প্ৰদায়ৰ ব্যক্তিয়েও পাইছিল। ফলত বিদ্যা শিক্ষাৰ ওপৰত হেজাৰ-বছৰীয়া ব্ৰাহ্মণ-বৰ্ণ হিন্দু একাধিপত্য কিছু পৰিমাণে হ'লেও ক্ষয় পাইছিল। এই ইংৰাজী শিক্ষাৰে শিক্ষিত অনা-ব্ৰাহ্মণ, অ-বৰ্ণহিন্দু, শূদ্ৰ-শূদ্ৰাতিশূদ্ৰ-দলিত জনজাতিৰ সন্তানসকলে এক নতুন জাগৰণৰ নেতৃত্ব দিলে। ইংৰাজী শিক্ষাৰে শিক্ষিত বীৰসা মুণ্ডাই ব্ৰিটিছ সাম্ৰাজ্যবাদকে সশস্ত্ৰ প্ৰত্যাহ্বান জনালে; অৱশ্যে দেশীয় 'দিকু' মহাজন-ব্ৰাহ্মণ্যবাদী-সামন্তপ্ৰভুইঁতো তেওঁৰ ৰোষৰ পৰা সাৰি নগ'ল।

মহাৰাষ্ট্ৰৰ দলিতসকলৰ মাজত নৱজাগৰণৰ নেতৃত্ব দিয়া জোতিবা ফুলেই (১৮২৭-১৮৯০) চমৎকাৰ ইংৰাজী লিখিছিল। ইংৰাজী শিক্ষাই পৰিচিত কৰোৱা পশ্চিমীয়া গণতন্ত্ৰ-জাতিগঠনৰ ধ্যান ধাৰণাৰ পূৰ্ণ সদ্ব্যৱহাৰ ঘটাই আধুনিক ভাৰতৰ প্ৰথম দলিত-তাত্ত্বিক জোতিবা ফুলেই দলিতসকলৰ আত্ম চেতনা গঢ়াৰ প্ৰয়াস হিচাপে তেওঁলোকৰ এক নিজা ইতিহাস তথা ইতিহাস চেতনা গঢ়ি তোলাত তৎপৰ হৈছিল।

'His is a *shudratishudra* rewriting of history. It is not scientific as much as it is subversive. That is its purpose : subversion and destruction. His writings on the brahmanical gods and on the history of the Aryan race have to be understood in terms of their purpose... Phule was not writing history. He was reject-

ing brahmanical history from a *shudratishudra* pespective. If we keep this in mind, we can make a sense of his polemic and see its historical necessity and inevitability.' (1)

এই ইতিহাস চেতনাৰে প্ৰবুদ্ধ হৈ ফুলেই কিদৰে দলিতসকলৰ নিজা বীৰ-বীৰাংগণাসহ এক পৃথক, স্বকীয় ইতিহাস সংৰচনা কৰিবলৈ ওলাইছিল সেই সম্পৰ্কে এই অধ্যায়ৰ 'বীৰপূজা' অংশত পুনৰ আলোচনা কৰা হৈছে। ইয়াত মাথো এই কথা কৈ থলেই যথেষ্ট হ'ব যে এই ইতিহাস চৰ্চাই দলিত নিপীড়িতসকলৰ মাজত দেশজুৰি এক আত্ম চেতনাৰ উন্মেষ ঘটাইছিল। নকলেও হ'ব যে ফুলেৰ পাছতে ফুলেৰ শিষ্য ড. ভীমৰাও ৰামজী আম্বেদকাৰে (১৮৯১-১৯৫৬) এই চেতনাক দেশজুৰি এক সাংগঠনিক ৰূপ দিয়ে।

১৯ শতিকাৰ নৱম দশক পৰ্যন্ত ব্ৰিটিছ সেনা বাহিনীত ব্যাপকভাৱে ভৰ্তি হৈছিল মহাৰাষ্ট্ৰৰ মাহাৰ সম্প্ৰদায়ৰ যুৱকসকল। এই অস্পৃশ্য সম্প্ৰদায়টোৰ যুৱকসকলেও ব্ৰিটিছ সেনাবাহিনীৰ আন সৈনিকৰ দৰেই বাধ্যতামূলকভাৱে ইংৰাজী শিক্ষা ল'ব লাগিছিল। হেজাৰ-হেজাৰ দলিত যুৱকৰ এই ইংৰাজী শিক্ষাই পৰোক্ষভাৱে তেওঁলোকৰ মাজত এক আত্মপ্ৰত্যয় তথা আত্ম-চেতনাৰ জন্ম দিলে। পাছত ১৮৯২ চনত যেতিয়া ব্ৰিটিছ বাহিনীত মাহাৰসকলৰ ভৰ্তিকৰণ বন্ধ কৰা হ'ল, তাৰ প্ৰতিবাদ কৰিবলৈ আহিল ইতিমধ্যে ইংৰাজী শিক্ষিত মাহাৰসকলেই।(2) ইলিয়ানৰ জেলিয়টে দেখুৱাইছে যে ড. আম্বেদকাৰ আছিল এই অস্পৃশ্য মাহাৰ সম্প্ৰদায়ৰ সন্তান, যি পিতৃ-মাতৃ উভয় বংশৰ পৰাই ইংৰাজী শিক্ষাৰ সুযোগ পাইছিল। সেয়েহে তেওঁ হ'ব পাৰিছিল তেওঁলোকৰ আন্দোলনৰ পিতৃপুৰুষ।(3)

সৰ্বভাৰতীয় দলিত-নিপীড়িতৰ আন্দোলনৰ মধ্যমণিৰূপে ড. আম্বেদকাৰৰ এই উত্থানক এনেকৈ চমুকৈ ক'ব পাৰি ঃ

'When Ambedkarism emerged in the thick of the anti-feudal, anti-capitalist struggles during the British colonial rule, it represented the aspirations of the untouchables, the perpetual proletariat of India. The native and foreign rulers vied with each other and learned lessons from each other to perfect the mechanism of oppression. The British bourgeoisie had outlived all its regenerating phases. The Indian ruling class hardly had such a face, leave alone the content. It settled for perpetuating untouch-

ability, in the new capitalistic form. Ambedkar... gave the call for emancipation of untouchables. Through a series of struggles of untouchables, peasants and workers, he evolved a political programme for the democratic revolution in India.'(4)

কিন্তু কেৱল পশ্চিম ভাৰতৰ জোতিবা ফুলে বা ড. আম্বেদকাৰেই নহয়, ব্ৰিটিছ সাম্ৰাজ্যবাদৰ পৃষ্ঠপোষকতাপ্ৰাপ্ত জাতি-বৰ্ণবাদৰ বিৰুদ্ধে প্ৰতিবাদ আহিছিল ভাৰতৰ সকলো কোণৰ পৰাই। উদাহৰণ স্বৰূপে কেৰালাৰ এড়াভাসকলৰ কথাই ক'ব পাৰি। ৰাজ্যখনৰ হিন্দু জনসংখ্যাৰ ২১.১৩ শতাংশ বিশিষ্ট ( ১৮৯১চনৰ পিয়ল অনুসৰি) এড়াভাসকল আছিল কেৰালাৰ সবাতোকৈ অত্যাচাৰিত, উৎপীড়িত, অস্পৃশ্য জাতি। কিন্তু ১৯ শতিকাৰ দ্বিতীয় দশকত এই এড়াভাসকলৰে অগ্ৰসৰ অংশ চান্নাৰসকলে (যাক নাদাৰ নামেৰেও জনা যায়) দস্তুৰমত এক বিদ্ৰোহ ঘোষণা কৰিলে। এই এড়াভা সম্প্ৰদায়ৰে নেতা শ্ৰী নাৰায়ণ গুৰুৱে (জন্ম১৮৫৫)কেৰালাৰ ত্ৰাভাংকুৰত বিখ্যাত মন্দিৰ প্ৰৱেশ আন্দোলনৰ নেতৃত্বদি অস্পৃশ্যতা-ভিত্তিক জাতি বৰ্ণবাদৰ ভেটিত ডাঙৰ জোকাৰণি তোলে। তেওঁৰ আন্দোলনৰ ফলতে ১৯৩৬ চনত ত্ৰাভাংকোৰৰ মহাৰজাই ঐতিহাসিক 'মন্দিৰ প্ৰৱেশ ঘোষণা'ৰ জৰিয়তে তেতিয়ালৈকে কেৱল বৰ্ণ হিন্দুৰহে প্ৰৱেশাধিকাৰ থকা চৰকাৰী মন্দিৰসমূহ সম্প্ৰদায় নিৰ্বিশেষে সকলো হিন্দুৰ বাবে মুকলি কৰি দিয়ে।(5)

ইফালে তামিলনাডুত পেৰিয়াৰ ই ভি ৰামস্বামীয়ে (জন্ম১৮৭৯) জাতি বৰ্ণবাদৰ বিৰুদ্ধে এই সময়তে আন এটা প্ৰবল আন্দোলনৰ নেতৃত্ব দিছিল। পেৰিয়াৰ কোনো কোনো ক্ষেত্ৰত ড. আম্বেদকাৰতকৈও কঠোৰপন্থী আছিল। চোভিয়েট ইউনিয়ন পৰ্যন্ত ভ্ৰমণ কৰি সমাজবাদৰ ধাৰণাৰ দ্বাৰা প্ৰভাৱিত 'আত্ম মৰ্যাদা' আন্দোলনৰ নেতা পেৰিয়াৰেও কৈছিলঃ

'... If every community is adequately represented in the government services, it will bring to light all the malpractices and maladministrations. Reservation is a must for improving the standard of administration. Reservation is a must to counteract the malpractices by the monopolists in all spheres of activities of the government ... Proportional representation of all communities in government service is the only solution for achieving social and communal justice for all communities.'(6)

উল্লেখযোগ্য যে উগ্ৰ পেৰিয়াৰে পাছপৰা শ্ৰেণীৰ বিৰোধিতা কৰা বুলি সংবিধান

দাহো কৰে।

সংৰক্ষণ, সম-অধিকাৰ; আনকি পৃথক নিৰ্বাচন মণ্ডলীৰ দাবীত দেশজুৰি দলিত-নিপীড়িত জনগোষ্ঠী সম্প্ৰদায়বোৰৰ যি আলোড়ন উঠিছিল, তাৰ ঢৌ চুবুৰীয়া বংগ হৈ অসমতো আচাৰ খাই খাই পৰিছিলহি। তাৰে এটি এচাৰকণি পৰিলক্ষিত হয় ১৮৮১ চনৰ তেতিয়াৰ পূৰ্ববংগৰ (বৰ্তমান বাংলাদেশ) খুলনা জিলাৰ দত্তডাঙা গাঁৱত অনুষ্ঠিত অস্পৃশ্য মানুহৰ এক মহাসম্মিলনত। ইয়াত অন্ততঃ দহখন জিলাৰ ৫০০০ প্ৰতিনিধিয়ে অংশগ্ৰহণ কৰে। সভাপতিৰ আসনৰ পৰা গুৰুচাঁদ ঠাকুৰে নিজৰ বিভিন্ন ক্ৰটী বিচ্যুতি শুধৰাই সকলোকে ঐক্যবদ্ধ হৈ শিক্ষা আন্দোলনত জাঁপিয়াই পৰিবলৈ আহ্বান জনায়। গান্ধীয়ে স্বাধীনতা আন্দোলনত যোগ দিবলৈ আহ্বান জনাওঁতে গুৰুচাঁদ ঠাকুৰে কয়ঃ

'যাৰ পিন্ধিবলৈ এটুকুৰা কাপোৰ, খাবলৈ মোটা চাউলৰ ভাত, সেয়াও প্ৰায়ে নিমিলে তেওঁলোকৰ বৰ্জন কৰিবলৈ আছে কি? এই দেশৰ বাবুহঁতে তোমালোকক মানুহ বুলি গণ্য নকৰে। আগতে সেয়া কৰক। দিয়ক শিক্ষাৰ অধিকাৰ। দূৰ কৰক অস্পৃশ্যতা, ভাই বুলি টানি লওক বুকুলৈ (তেতিয়া) আমি সম্মিলিতভাৱে ইংৰাজৰ বিৰুদ্ধে থিয় হ'ম। নহ'লে তেওঁলোকে যে আমাৰ মংগল বিচাৰে বুজিম কেনেকৈ?'(7)

... ইয়াৰ পৰা দেখা যায় যে উনৈশ শতিকাৰ শেহৰ আৰু কুৰি শতিকাৰ প্ৰথমৰ দশককিটা ইতিমধ্যেই উত্তাল হৈ উঠিছিল। এহাতেদি দেশজোৰা ব্ৰিটিছ বিৰোধী স্বাধীনতা সংগ্ৰাম আৰু আনহাতে ষ্টালিনৰ ভাষাত হেজাৰ বিজাৰ 'hitherto unknown' জাতিসত্বা আৰু জনগোষ্ঠীয়ে ইতিহাসৰ মঞ্চত কৰা আত্মঘোষণাৰে এই আলোড়ন আহিছিল। স্বাভাৱিকতেই অসমো ইয়াৰ ব্যতিক্ৰম নাছিল।

# উনৈশ শতিকাৰ বিদায় বেলিকাৰ অসম

সৰ্বভাৰতীয় পটভূমিতকৈ অসমৰ পৰিস্থিতি বেলেগ নাছিল বিশেষ। ১৮৯১ চনৰ লোকপিয়লৰ প্ৰতিবেদন প্ৰকাশ পোৱাৰ দুবছৰৰ ভিতৰতে, অৰ্থাৎ সুদূৰ ১৮৯৩ চনত, আজিৰ পৰা সুদীৰ্ঘ ১১৩ বছৰ আগতেই একে বছৰতে অসমৰ দুটা প্ৰধান জনগোষ্ঠীগত সংগঠন গঢ় লৈ উঠিছিল। তাৰে এটা আছিল বৃত্তিয়াল বণিয়া সভা, আৰু আনটো সদৌ অসম আহোম এচ'চিয়েশ্যন বা আহোম সভা। ইয়াত আমি প্ৰথমে বৃত্তিয়াল বণিয়াসকলৰ প্ৰসংগটোকেই উত্থাপন কৰিছোঁ।

১৮৭২ চন আৰু ১৮৮১ চনৰ লোকপিয়লত আন এটা সম্প্ৰদায়ৰ ক্ষেত্ৰত অপমানজনক 'ডোম' বুলি নথিবদ্ধ কৰালেও সম্প্ৰদায়টোৰ পৰা কোনো প্ৰতিবাদ উঠা নাছিল। কিন্তু ১৮৯১ চনৰ পিয়লৰ আগে আগে সম্প্ৰদায়টোৰ কিছু সচেতন ব্যক্তিয়ে তেওঁলোকক কৈৱৰ্ত হিচাপে নথিবদ্ধ কৰাৰৰ বাবে সংশ্লিষ্ট ব্ৰিটিছ কৰ্তৃপক্ষক স্মাৰকপত্ৰ প্ৰদান কৰিছিল।

বৃত্তিয়াল বণিয়াসকলৰ সন্দৰ্ভত ১৯০১ চনৰ লোকপিয়লত এনেদৰে লিখা হৈছিলঃ

**Brittial Bania** : At the last census this caste has been returned under the name of Hari... the proportion of educated men amongst the Bittial Banias is unusually large, and the leaders of the community submitted a memorial to the chief commissioner, in which they denied all connection with the Sweeper caste, and asked to be allowed to abandon the term Hari. This concession was granted to them and there can be no question to the fact that at the present day the Brittial Banias are clerks, goldsmiths and agriculturists and decline to acknowledge any sort of connection with the scavenging class.'(৪)

বৃত্তিয়াল বণিয়া নামটোৰ স্বীকৃতিৰ বাবেও সম্প্ৰদায়টোৱে কঠিন সংগ্ৰাম কৰিব লগা হৈছিল। লোক পিয়ল আয়ুক্তই লিখিছিল যে তেওঁলোকৰ সেই দাবী সকলো উচ্চবৰ্ণ অসমীয়াই প্ৰত্যাখ্যান কৰিছিল।

এনে প্ৰত্যাখ্যানৰ ফলত পশ্চাৎপদ সম্প্ৰদায়সমূহৰ উৰ্দ্ধমুখী সামাজিক সচলতা সহজ নাছিল। গৱেষকদ্বয় বিমল জে. দেৱ আৰু দিলীপ কে. লাহিড়ীয়ে সঠিক ভাৱেই কৈছে ঃ

Under the traditional pattern of stratification in Assam, status mobility among the depressed castes was but nominal. Successful census operations accelerated the Sanskritisation movement in Assam and brought about a new awarness of caste identities.'(৭)

পিয়ল-প্ৰতিবেদনৰ পৰিশিতিতে হওক বা অন্যান্য কাৰকৰ কাৰণেই হওক, কৃষি

শতিকাত বিদেশী ব্ৰিটিছ সাম্ৰাজ্যবাদৰ পৃষ্ঠপোষকতাত ত্বৰাণ্বিত হোৱা সংস্কৃতায়ন বা আৰ্যীকৰণ প্ৰক্ৰিয়াই (যি প্ৰক্ৰিয়া আগৰ পৰাই চলি আছিল) অসমৰ জাতি গঠন প্ৰক্ৰিয়াত প্ৰভূত প্ৰভাৱ পেলালে। অসমৰ বিভিন্ন জনগোষ্ঠীসমূহে সেই সময়ত কেনেকৈ আৰ্য-বৰ্ণহিন্দু হবলৈ হেতাওপৰা লগালে আৰু পৰৱৰ্তী কালত সহস্ৰ স্তৰবিন্যস্ত (hierarchical) জাতি-বৰ্ণপ্ৰথাত অন্তৰ্ভুক্ত হোৱাৰ কুপৰিণাম ভুগি কেনেকৈ পুনৰ তাৰ আওঁতাৰ পৰা বাহিৰ ওলাই পূৰ্বৰ জনজাতীয়তাৰ ফালে উভতি যাবলৈ তৎপৰ হ'ল, সেয়া লক্ষ্যণীয় আৰু তাৎপৰ্যপূৰ্ণ।

এই ক্ষেত্ৰত আহোমসকলৰ অভিজ্ঞতাৰ কথা উল্লেখমাত্ৰ কৰিয়েই চুতীয়াসকলৰ বিষয়ত প্ৰৱেশ কৰা যাব। বৃত্তিয়াল বণিয়া সভাৰ সৈতে একেই বছৰত অৰ্থাৎ ১৮৯৩ চনত গঠিত হয় সদৌ অসম আহোম এচ'চিয়েশ্যন সভা। ১৮২৬ চনলৈকে অসমত ৰাজত্ব কৰা আহোমসকলে ব্ৰিটিছ ৰাজত্ব কালৰ কথা বাদেই, স্বাধীনতাৰ পাছতো সৰ্বপ্ৰকাৰে বঞ্চিত অনুভব কৰিছিল। লোক পিয়লৰ প্ৰতিবেদনত তেওঁলোকক আনকি 'বামুণে যাৰ হাতেৰে পানী এচলুও নেখায়, তেনেধৰণৰ অস্পৃশ্য' বুলি বৰ্ণনা কৰা হৈছিল।(10) (সেই একেই প্ৰতিবেদনত চুতীয়াসকলকো একে ধৰণৰ অস্পৃশ্য বুলি ইংগিত দিয়া হৈছিল; সেই প্ৰসংগ পাছত আহিব)।

এনে অবহেলা-অপমান-বিদ্বেষ-বৈষম্যৰ প্ৰতিবাদত আহোমসকলে উৰ্দ্ধমুখী সামাজিক সচলতাৰ বাবে যি আন্দোলন কৰিছিল তাৰ ৰেখাচিত্ৰখন এনে ধৰণৰ হ'ব।




এতিয়া এই সম্পৰ্কে কিছু ব্যাখ্যাৰ প্ৰয়োজন। কেৱলমাত্ৰ সংস্কৃতায়ন বা

আৰ্যীকৰণৰ জৰিয়তেই উৰ্দ্ধমুখী সামাজিক সচলতা সম্ভৱ বুলি ধাৰণা কৰি আহোমসকলৰ একাংশই 'ক্ষত্ৰিয়' মৰ্যাদা দাবী কৰে। ১৯০২ চনৰ ২৯ নবেম্বৰৰ দিনা এই সংক্ৰান্তত অসমৰ চীফ কমিশ্যনাৰক স্মাৰকপত্ৰ প্ৰদান কৰে পদ্মেশ্বৰ গোহাঁই নাওবৈছা ফুকনে।(11) এখেত আছিল আহোম ৰাজত্বকালত অসমৰ প্ৰধানমন্ত্ৰী স্বৰূপ মহীধৰ বুঢ়াগোহাঞি, পূৰ্ণানন্দ বুঢ়াগোহাঞি আৰু ঘনশ্যাম বুঢ়াগোহাঞিৰ প্ৰত্যক্ষ বংশধৰ। গোলাঘাট, ডিব্ৰুগড়, উত্তৰ লখিমপুৰ, নগাঁও আদিৰ আহোমসকলেও এনেধৰণৰ স্মাৰকপত্ৰ দিবলৈ ধৰে। আনকি পদ্মেশ্বৰ গোহাঁই নাওবৈছা ফুকনক প্ৰধান সম্পাদকৰূপে লৈ এটা ক্ষত্ৰিয় সন্থাও গঠন কৰা হয়।(12)

ইয়াৰ পাছত তেওঁলোকৰ নিজা দাবী অনুসৰিয়েই আহোমসকলক বৰ্ণহিন্দু ৰূপে দেখুৱা হয়। পৰৱৰ্তীকালত তেওঁলোকে (১) বৰ্ণহিন্দুৰ মাজত তেওঁলোকে সুকীয়াভাৱে গণ্য কৰিবলৈ, আৰু তাৰ পাছত (২) এটা সংখ্যালঘু জনগোষ্ঠীৰূপে পৰিগণিত কৰিবলৈ দাবী জনায়। (৩) শেহতীয়াভাৱে আহোমসকলৰ মাজৰ পৰা জনজাতি ৰূপে অনুসূচীকৰণৰ দাবীও উঠিছে।

এইছোৱা সময়তে বড়ো মিচিং, মৰাণ-মটক, কৈবৰ্ত, ঝাড়খণ্ডী-আদিবাসী (একাংশৰ মতে চাহ জনগোষ্ঠী) আদি বিভিন্ন সম্প্ৰদায়েও নিজৰ নিজৰ প্ৰাপ্য বিচাৰি সৰব হৈ উঠে আৰু আন্দোলনৰ পথ লয়। সেয়েহে কুৰি শতিকাৰ তৃতীয় দশকৰ মাজভাগত চুতীয়া সন্মিলনৰ জন্ম বা ইয়াৰ সক্ৰিয়তা কোনো ব্যতিক্ৰম নাছিল, বৰং আছিল নিয়মহে। সেই সময়ৰ অসমত জন্ম হোৱা কেইটামান জনগোষ্ঠীগত সংগঠনৰ জন্মৰ সময়সূচী চালেই সেই কথা স্পষ্ট হৈ পৰেঃ

১৮৯৩ - সদৌ অসম আহোম সভা- বৃত্তিয়াল বণিয়া সভা।
১৯০০ - গুৱাহাটী আদি কৈবৰ্ত জাতি হিতকাৰী সভা
(বা কামৰূপ জাতি হিতকাৰী সভা)
১৯১৮-১৯ - বড়ো ছাত্ৰ সন্মিলনী।
১৯১৮ - অসম মুছলমান ছাত্ৰ সন্মিলন
১৯২০ - সদৌ অসম কৈবৰ্ত সন্মিলন।
১৯২০ - কৈবৰ্ত জাতি হিতকাৰী সভা।
১৯২১ - কছাৰী সন্মিলন।
১৯২১ - সোণোৱাল কছাৰী হিতসাধিনী সভা
১৯২২ - কছাৰী ছাত্ৰ সন্থা

১৯২৪ - বড়ো মহাসন্মিলন

১৯২৪ - মিৰি সন্মিলন (মিৰি বাৰত সন্মিলন নামেৰেও জনাজাত, বৰ্তমানে মিচিং বানে কৌবাং)

১৯২৫ - অসম চুতীয়া সন্মিলন

১৯২৯ - সদৌ অসম কৈবৰ্ত মহিলা সন্মিলন

১৯২৯ - All Assam Depressed Classes' Association

১৯৩৩ - ট্ৰাইবেল লীগ

১৯৩৫ - Assam Depressed Classes' Federation

১৯৩৫-৩৬ - সদৌ লালুং সন্মিলন

১৯৩৮ - মিৰি ছাত্ৰ সন্মিলন (বৰ্তমান নাম তাকাম মিচিং পৰিণ কৌবাং)

১৯৩৮ - অসম ছোটনাগপুৰী সভা

১৯৪২ - ট্ৰাইবেল সংঘ

১৯৪৪ - অসম প্ৰাদেশিক গোৰ্খা লীগ

১৯৪৫ - Assam Tribes and Races Federation

১৯৪৫ - Central Organisation of Assam Tribes

১৯৪৬ - অসম অনুসূচীত জাতি ছাত্ৰ সংঘ।

১৯৪৮ - ছোটনাগপুৰী ছাত্ৰ সন্মিলন।

১৯৪৮ - All Peoples' Party (সৰ্বদল)

এই অসম্পূৰ্ণ তালিকাৰ পৰা দেখা যায় যে অসমৰ জনগোষ্ঠীগত সংগঠনবোৰক জন্মৰ কাল অনুক্ৰমে সজালে চুতীয়া সংগঠনৰ স্থান সেই তালিকাৰ একেবাৰে আগতো নহয়, একেবাৰে পাছতো নহয়। অৰ্থাৎ অসমত এক জনগোষ্ঠীয় জাগৰণৰ মাজমজিয়াত মাজভগনতে চুতীয়া সংগঠনৰ জন্ম।

বিদেশী ব্ৰিটিছৰ বল্গাহীন শোষণ লুণ্ঠন, ব্ৰিটিছ-বিশ্বস্ত বৰ্ণহিন্দু আমোলাৰ সেই শোষণ লুণ্ঠনত সহযোগ, একালৰ ৰাজবংশৰ হোৱা সত্বেও পাছত অস্পৃশ্যতাৰ বলি হোৱা পৰিস্থিতি, শিক্ষা দীক্ষাত পশ্চাৎপদতা অৰ্থাৎ প্ৰায় নিৰক্ষৰতা, চাকৰি-বাকৰিত প্ৰায় অনুপস্থিতি, ৰাজনৈতিক ক্ষমতাৰ পৰা সমূলি বঞ্চিত কৰণ, ধৰ্মীয় ক্ষেত্ৰত ভেদাভেদ... আদি বহুবোৰ কাৰকে চেপি খুন্দি ধৰা চুতীয়াসকলে কেনেকৈ সংগঠিত ভাবে আত্ম চেতনা গঢ়ি তুলিলে আৰু তাৰ জৰিয়তে প্ৰতিকূল পৰিস্থিতিৰ পৰা বাহিৰ ওলোৱাৰ উপায় চিন্তিলে সেয়া অচিৰেই দেখা পোৱা যাব।

# ব্ৰিটিছ-বঙ্গাল আৰু লোকপিয়ল

জাত-পাত সম্প্ৰদায় সম্পৰ্কে ভাৰতীয় সকলতো সচেতন হয়েই, তাত কোনো সন্দেহ নাই। কিন্তু আধুনিক কালত, ক'ব পাৰি ব্ৰিটিছ আৰু ব্ৰিটিছ পৰৱৰ্তী যুগত, এই জাত-চেতনাক শাণিত কৰিছে (ব্ৰিটিছ) সাম্ৰাজ্যবাদে। লোকপিয়লৰ প্ৰতিবেদনবোৰ হৈছে এই জাত চেতনাৰ আনুষ্ঠানিক দলিল দস্তাবেজ। মানুহ আৰু মানুহৰ মাজত থকা সূক্ষ্মতম পাৰ্থক্যবোৰকো ইয়াত আলোকপাত কৰা হৈছে। সেই চুলি যেন পাৰ্থক্যবোৰকো বিভেদৰ একোখন উপসাগৰত পৰিণত কৰিবলৈ চতুৰ ব্ৰিটিছে যত্নৰ ত্ৰুটী কৰা নাছিল কেতিয়াও। উল্লেখ থাকে যে ১৯৩১ চন পৰ্যন্ত লোকপিয়ল প্ৰতিবেদনত জাত-পাতৰ ভিত্তিত গণনা কৰা হৈছিল। এই একেবাৰে আদি ছোৱাৰ দুখন লোকপিয়ল প্ৰতিবেদনত চুতীয়াসকলৰ সম্পৰ্কে কি উল্লেখ আছিল, আৰু সি সিবিলাকৰ আত্ম-চেতনা কেনেধৰণে প্ৰতিফলিত কৰে, তাকে আমি সদ্যহতে চাবলৈ বিচাৰিম।

চৰকাৰী বিভিন্ন ৰেকৰ্ড সমূহ , বিশেষকৈ ব্ৰিটিছৰ দিনৰ লোকপিয়লৰ প্ৰতিবেদনসমূহত বিভিন্ন জনগোষ্ঠী / সম্প্ৰদায়ৰ সমসাময়িক অৰ্থনৈতিক, সামাজিক, শৈক্ষিক স্থিতিৰ প্ৰতিফলন ঘটিছিল। আকৌ তাকেই কেন্দ্ৰ কৰি সেই সম্প্ৰদায় সমূহৰ মাজত জাতীয় সম্প্ৰদায়গত চেতনাৰ বিকাশ ঘটাৰো ২২ উদাহৰণ আছে। পুনৰ তেনে প্ৰতিবাদ/ আন্দোলনৰ পৰিণতিত হয়তো সংশ্লিষ্ট সম্প্ৰদায়টোৰ সামাজিক স্থিতিৰ পৰিৱৰ্তন ঘটে; বহুক্ষেত্ৰত সি লাভ কৰে উৰ্দ্ধমুখী সামাজিক সচলতা (upward social mobility)।

অসমতো এনে উদাহৰণ ভূৰি ভূৰি পোৱা যায়। উদাহৰণস্বৰূপে কেওট আৰু কৈৱৰ্তসকলৰ জনসংখ্যাৰ তিনিটা ধাৰাবাহিক লোকপিয়লত ঘটা পাৰ্থক্যলৈকে আঙুলিয়াব পাৰিঃ

| | কেওত | কৈৱৰ্ত্ত |
|---|---|---|
| ১৮৭২ | ৩০,৬৯০ | ৬১,২৭৯ |
| ১৮৮১ | ১,০৩,৩৩৯ | ১,৫৫১ |
| ১৮৯১ | ৯০,১০৩ | ২৩,৯৪২ |

উক্ত তালিকাৰ পৰা এটা কথা স্পষ্ট যে ১৮৭২ চনত কৈৱৰ্ত হিচাপে পৰিচয় দিয়া ৬১,২৭৯ জন লোকৰ প্ৰায় ৬০,০০০ জনেই ভাবিলে যে কৈৱৰ্ত পৰিচয়টো অৱমাননাকৰ ; তাৰ বিপৰীতে কেওট পৰিচয়টো সন্মানজনক। কিন্তু ইতিমধ্যে

কৈবৰ্তসকলৰ মাজত জাতীয় চেতনাৰ উন্মেষ ঘটাত তেওঁলোকৰ বহুতেই পুনৰ কৈবৰ্ত পৰিচয়লৈ ঘূৰি আহে। একো একোটা জনগোষ্ঠীয়ে কি আত্ম পৰিচয় বাচি ল'ব তাৰ সিদ্ধান্ত লওঁতেই কেতিয়াবা কেবা দশক পৰ্যন্ত লাগি যায়। তাৰ বাবে প্ৰয়োজন হয় সুদীৰ্ঘ আভ্যন্তৰীণ বিতৰ্কৰো। বহুক্ষেত্ৰত লোকপিয়লৰ প্ৰতিবেদনেই এনে বিতৰ্কৰ সূচনা কৰাও দেখা যায়।

১৮৮১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত অসমৰ বিভিন্ন জিলাত চুতীয়াসকলৰ জনসংখ্যা এনেধৰণৰ আছিল ঃ

| জিলা | ১৮৭২ | ১৮৮১ |
|---|---|---|
| গোৱালপাৰা | ............. | ১৯১৮ |
| কামৰূপ | ৭৯৪ | ১১৬৮ |
| দৰং | ২৫৩২ | ১৩৬২ |
| নগাওঁ | ৭৩৬১ | ৮০৫৫ |
| শিৱসাগৰ | ৩১,৩৪২ | ২৯,৯৫২ |
| লখিমপুৰ | ৯,৪৫৩ | ১৬,৭০৮ |
| মুঠ | ৫১,৪৮২ | ৫৯,১৬৩ |

লগতে ইয়াকো কোৱা হয় যে সেই চনত বৰ্তমান বাংলাদেশৰ চিলেটত ১০৬৯ জন চুতীয়া আছিল।

১৮৯১ চনৰ লোকপিয়ল প্ৰতিবেদনত চুতীয়া সকলক আহোমসকলৰ প্ৰায় সমমৰ্য্যাদাৰ এটা সম্প্ৰদায় বুলি কোৱা হৈছে। 'The Chutia, again , are a race caste, and it is therefore, a little difficult to fix their position, but I have been given to understand that the Hindu and Ahom Chutias, at any rate, take precedence of the Jugis'

নাথ-যোগীতকৈ তেওঁলোকৰ সামাজিক মৰ্য্যাদা সামান্য ওপৰত হ'লেও আহোমতকৈ অন্ততঃ ওপৰৰ নাছিল। সেই আহোমৰে দশা কেনে আছিল চাওক ঃ

'The Ahoms enjoy a very good position in Sibsagar, where, till comparatively recently they were the ruling race, but as Brahmans donot, as rule, take water from their hands, I have included them in the last group,'

চুতীয়া সকলৰ হাতেৰে ব্ৰাহ্মণে পানী খোৱাহে নালাগে, তেওঁলোকৰ

উপস্থিতিতো ব্ৰাহ্মণে পানী গ্ৰহণ নকৰে বুলি কোৱা হৈছিল। ১৯০১ চনৰ লোকপিয়লৰ প্ৰতিবেদনত সেই বিষয়ে এনেকৈ লিখা আছে ঃ

'**Chutia** : One of the race castes of Assam. Robinson describes them as being a branch of the great Shan family, who in all probability settled in the province a short time prior to the invasion of the Ahoms, but linguistically they are connected with the Bodo, and according to an old Assamese *Buranji*, they entered Assam from the north, crossed the Subansiri and settled near Sadia, where they overthrew a Hindu Pal dynasty. At the time of the Ahom invasion they were the dominant power in upper Assam, but they were completely crushed by the Ahoms at the beginning of the 16th century. Hinduism has made great strides amongst the Chutias even before their overthrow, and they are now divided into three classes, Hindu, Ahom, and Borahi Chutia. The first two sections of the tribe have been completely Hinduised but though they intermarry, the Hindu Chutia claims to take precedence of the Ahom Chutia, and I **am told that the presence of the latter in any house debars a Brahman from drinking water there, though the same restraint is not exercised by the Hindu Chutia. They are served by a patit Brahman, and their manners and customs are those of the ordinary low caste Assamese.** The Borahi Chutia, as his name signifies, is still unconverted, and an eater of swine's flesh, but he will not touch goat, which is permitted, of course, to the Hinduised section of the tribe, a survival, no doubt, of some totemistic theories on the subject. **The position of the caste in society is a low one and education has made little progress amongst them.**'(13)

উক্ত মন্তব্যৰ পৰা স্পষ্ট হোৱা কেতবোৰ দিশ হ'ল ঃ-

(১) আহোমসকলৰ হাতত পৰাজয়ৰ আগৰে পৰা চুতীয়াসকলৰ মাজত হিন্দুধৰ্মৰ ব্যাপক প্ৰভাৱ আছিল।

(২) চুতীয়াসকলৰ মাজৰ দুটা অংশ, অৰ্থাৎ আহোম চুতীয়া আৰু হিন্দু চুতীয়াসকল সম্পূৰ্ণৰূপে হিন্দুকৃত হোৱা বুলি ইয়াত কোৱা হৈছে।

(৩) কিন্তু আশ্চৰ্যজনকভাৱে সম্পূৰ্ণৰূপে হিন্দুকৃত (completely Hinduised) হোৱাৰ পাছতো তেওঁলোকক কোনোধৰণৰ মৰ্যাদা দিয়া হোৱা নাছিল।

(৪) তেওঁলোকৰ হাতৰ পৰা পানী খোৱাহে নালাগে, কোনো এটা ঘৰত আহোম-চুতীয়া ব্যক্তি এজন উপস্থিত থাকিলেও সেই ঘৰটোৰ ভিতৰতো ব্ৰাহ্মণ এজনে পানী এচলুও নাখায়।

(৫) আহোম চুতীয়াতকৈ হিন্দু চুতীয়াৰ অৱস্থা ওপৰত।

(৬) কিন্তু তেওঁলোকৰ হৈও কোনো মৰ্যাদাপূৰ্ণ ব্ৰাহ্মণে যজমানী নকৰে, 'পতিত' ব্ৰাহ্মণেহে কৰে।

(৭) সামগ্ৰিকভাৱে সম্প্ৰদায়টোৰ স্থিতি অতিশয় নিম্ন পৰ্যায়ৰ আৰু তেওঁলোকৰ মাজত শৈক্ষিক প্ৰগতিও অতিশয় সামান্য।

এইখিনিতে কৈ যোৱা উচিত হ'ব যে আশ্চৰ্যজনকভাৱে ১৮৯১ চনৰ চুতীয়া জনসংখ্যাৰ তুলনাত ১৯০১ চনৰ চুতীয়া জনসংখ্যা বাঢ়ক চাৰি কমিছিলহে। সেই অনুসৰি ১৮৯১ চনত চুতীয়া জনসংখ্যা আছিল ৮৭,৬৯১ আৰু ১৯০১ চনত সি হ'লগৈ মাত্ৰ ৮৫,৮২৯।

এটা দশকত স্বাভাৱিক বৃদ্ধিৰ বিপৰীতে চুতীয়া সকলৰ জনসংখ্যা এনেকৈ কমি যোৱাৰ কোনো বিতং ব্যাখ্যা প্ৰতিবেদনখনত নাই। মাত্ৰ জিলাবিলাকৰ জনসংখ্যা উনুকিয়াই কাষতে এনেকৈহে লিখা হৈছে ঃ

| জিলা | ১৮৯১ | ১৯০১ |
|---|---|---|
| কামৰূপ | ১০৩৬ | ৭১৩ |
| দৰং | ৩৫৪৬ | ৩৫৫৩ |
| নগাওঁ | ১০৪৬৮ | ৬৬৮৩ |
| শিৱসাগৰ | ৫৪,৫৮৭ | ৫৭০৩০ |
| লখিমপুৰ | ১৭,২০৬ | ১৭৫৪৮ |
| আন জিলা | ৮৪৮ | ৩৪২ |
| মুঠ | ৮৭,৬৯১ | ৮৫,৮২৯ |

'There has been little change except in Nowgong, where Chutias, like the rest of the population, have suffered badly,'

কিন্তু নগাঁৱত চুতীয়া সম্প্ৰদায়ৰ ৪০% মানুহ হ্ৰাস হোৱাৰ উপৰিও কামৰূপত ৩০%, আন জিলা বিলাকত ৪০% মানুহৰ হ্ৰাস এটা আশ্চৰ্যকৰ কথা। একমাত্ৰ শিৱসাগৰ জিলাৰ বাহিৰে আন ক'তোৱেই এই দহ বছৰত চুতীয়া সকলৰ স্বাভাৱিক বৃদ্ধিও নঘটিল কিয়? সেই সম্পৰ্কে অনুসন্ধান কৰিলে আমি দুটা উত্তৰ পাওঁ।

(১) দৰং জিলাৰ চুতীয়া সকলক আহোম চুতীয়া বুলি ধৰিবলৈ গৈ আহোমৰ মাজতে গণনা কৰা হৈছে বুলি প্ৰতিবেদনতে উল্লেখ আছে ঃ

(২) কৈবৰ্ত্তসকলৰ ক্ষেত্ৰত উল্লেখ কৰি অহাৰ দৰে এক জাতীয় হীনমন্যতাৰ ভাৱৰ ফলত বহু চুতীয়া লোকে লোকপিয়লত নিজকে চুতীয়া বুলি লিপিবদ্ধ নকৰাই আন সম্প্ৰদায় হিচাবে দেখুওৱা। উল্লেখ থাকে যে চুতীয়া সংগঠনসমূহৰ স্মৃতিগ্ৰন্থসমূহৰ প্ৰায় প্ৰতিটো সংখ্যাত এনে হীনমন্যতাৰ ফলত বহু চুতীয়ালোকে আত্মপৰিচয় গোপনে ৰাখিব বিচৰাৰ প্ৰৱণতাত গভীৰ উদ্বেগ প্ৰকাশ কৰা হৈছে। অস্পৃশ্যতা আৰু অৱহেলাৰ জৰিয়তে একোটা সম্প্ৰদায়ৰ মানুহৰ সংখ্যা ক্ৰমাগত কমাই আনি তাক নিঃশেষ প্ৰায় অৱস্থালৈ ঠেলি দিয়াটো নিশ্চয় সমাজতাত্ত্বিক ভাৱে লক্ষ্যণীয় ঘটনা।

যি কি নহওক, আমি পুনৰ পূৰ্বৰ প্ৰসংগলৈ ঘূৰি যাওঁ। সেয়া হ'ল লোক পিয়লৰ প্ৰতিবেদনকে ধৰি বিভিন্ন চৰকাৰী দলিল দস্তাবেজত প্ৰতিফলিত চুতীয়াসকলৰ সামাজিক অৱস্থান।

১৯০১ চনৰ লোকপিয়লৰ প্ৰতিবেদনতে সেই সম্পৰ্কে আৰু স্পষ্ট, দ্ব্যৰ্থহীন উল্লেখ আছে। একাদশ অধ্যায়ৰ ১৫৩ পৃষ্ঠাত Hindu caste by social precedence(Brahmaputra valley) বুলি এখন তালিকা আছে। এই তালিকাত তদানীন্তন সামাজিক স্তৰ বিন্যাসৰ কথা এনেদৰে উল্লেখ আছে।(14)

Group I : Twice born castes who wear the sacred thread (লগুণ পিন্ধা 'দ্বিজ' জাতি বৰ্ণসমূহ)

১ ব্ৰাহ্মণ

২ গণক

Group II : Good castes from whose hands Brahmans usually take water

(ব্ৰাহ্মণে সাধাৰণতে যাৰপৰা জলগ্ৰহণ কৰে তেনে ভাল / 'সৎ' জাতি)

৩ কায়স্থ

৪ কলিতা

৫ পটিয়া

৬ কেওট আৰু কৈৱৰ্ত্ত

৭ শালৈ

৮ (বৰ) কোচ

৯ ৰাজবংশী

১০ সাহা

Group III : Castes from whose hands Brahmans donot usually take water

(যিবোৰ জাতৰ পৰা ব্ৰাহ্মণে সাধাৰণতে জল গ্ৰহণ নকৰে)

১১ আহোম

১২ নট

১৩ মুখী

১৪ চুতীয়া

১৫ যুগী আৰু কাটনী

১৬ বৰীয়া

১৭ হীৰা

১৮ নদীয়াল (ডোম)

১৯ বৃত্তিয়াল বণিয়া

২০ নমঃ শূদ্ৰ

এই তালিকা তথা স্তৰ বিন্যাসত ২০ টা হিন্দু জাতৰ ভিতৰত চুতীয়াসকলক ১৪নং অৱস্থানত, আৰু তৃতীয়টো গোটত দেখুওৱা হৈছে। এই ক্ষেত্ৰত তেওঁলোকে আহোমসকলৰ সৈতে একেটা গোটত পৰিছে যি সকল ১৮২৬ চনলৈকে অসমৰ শাসক আছিল। ১৫২৩ চনলৈকে ৰাজত্ব কৰা চুতীয়াসকলৰ কথা নক'লোৱেইবা। এইদৰে অসমৰ এসময়ৰ শাসক সম্প্ৰদায়সমূহ ব্ৰাহ্মণে পানী এচলুও গ্ৰহণ কৰিব নোৱাৰা অস্পৃশ্যত পৰিণত হ'ল আৰু তেওঁলোকক ইমান দিনে সেৱা কৰি থকা বৰ্ণহিন্দুসকল উক্ত তালিকা /স্তৰবিন্যাসৰ একেবাৰে ওপৰলৈ উঠিল কেনেকৈ?

ইয়াৰ লগত আৰু দুটা গুৰুত্বপূৰ্ণ তথ্য যোগ দিব লগীয়া আছে। যথা ঃ

(১) ব্ৰিটিছে নিজেই ভাৰতবৰ্ষৰ জাতি বৰ্ণ ব্যৱস্থাৰ ভিতৰত নিহিত সূক্ষ্মতম দ্বন্দ্ববোৰ লৈ গৱেষণা কৰি সেইবোৰ বহুগুণে বিকশিত কৰি তাক নিজৰ স্বাৰ্থত বিভাজন আৰু শাসনৰ বাবে ব্যৱহাৰ কৰিছিল। প্ৰসংগক্ৰমে উল্লেখযোগ্য যে জাত-পাতৰ ব্যৱস্থাবোৰ কঠোৰভাৱে বলবৎ কৰিছিল বংগৰ ৰজা বল্লাল সেনে। ১৯০১ চনৰ লোকপিয়লত এই সম্পৰ্কে স্পষ্টকৈ কোৱা হৈছে ঃ

'From some of the memorials that have been received, it might be imagined that the Government of Assam had assumed the functions of Ballal Sen and had undertaken to definitely fix the positions of the various Hindu castes.'(15)

গতিকে কোনো এটা সম্প্ৰদায়ৰ প্ৰকৃত স্থিতি সম্পৰ্কে জানিবলৈ যাওঁতে এই ব্ৰিটিছ-বল্লাল সেনৰ বিভাজনকাৰী ভূমিকা সম্পৰ্কেও অৱগত আৰু সতৰ্ক থকা প্ৰয়োজন।

(২) এইখিনিতে আৰু এটা গুৰুত্বপূৰ্ণ অন্তৰ্দেশীয় কাৰক আহি পৰে। সেয়া হ'ল লোকপিয়লৰ প্ৰতিবেদনত বিভিন্ন জাতৰ স্থিতি নিৰূপন কৰিবলৈ যাওঁতে ব্ৰিটিছসকলে সত্ৰাধিকাৰ মহন্তকে ধৰি দেশীয় বৰ্ণহিন্দুসকলৰ মতামত লোৱাৰ প্ৰসংগটো। উক্ত বৰ্ণহিন্দু সকলেও সমাজৰ ওপৰত নিজৰ প্ৰভাৱ প্ৰভু ত্ব প্ৰতিষ্ঠা কৰিবলৈ ব্ৰিটিছক সঁচাই মিছাই মতামত,পৰামৰ্শ দিয়াৰো অভিযোগ উঠিছে। এই অভিযোগৰ যুক্তিযুক্ততা প্ৰমাণিত হয় লোকপিয়লৰ প্ৰতিবেদনতে উল্লেখিত এনে ধৰণৰ তথ্যবিলাকৰ মাজেৰেঃ

'The claims put forward by the Brittial Banias have, however, been rejected by all high caste Assamese, with whom I have had any correspondence or conversation on the subject.'[]

উক্ত 'Correspondence'অৰ এটা নমুনাও তাত তুলি ধৰা হৈছে ঃ

Srijut A : 'Brittial Bania: 'No doubt this class or caste, if it means anything, has been newly created. Whether they should be returned by this name or called Hari is a question, which it is useless to discuss. That they are inferior to the Nadiyals doesnot admit of any doubt.' এনেদৰেই আন এটা সম্প্ৰদায়ৰ ক্ষেত্ৰত কোৱা হৈছেঃ

'These claims are not, as far as I can ascertain, admit-

ted by the higher castes of Hindus, and I am told that there are some places even in the Sylhet district where water is not taken from their hands by a Brahman.....'(16

ইয়াৰ পৰা দেখা যায় যে একোটা জাত-সম্প্ৰদায়ৰ সামাজিক প্ৰস্থিতি নিৰ্ণয় কৰিছিল বহুলাংশে ব্ৰিটিছে বৰ্ণহিন্দুৰে মিলি। চুতীয়াসকলৰ ক্ষেত্ৰতো সেয়েই ঘটিছিল। তেওঁলোকৰ সামাজিক স্থিতি তেওঁলোকক সুধি ঠিক কৰা হোৱা নাছিল। সেয়েহে লোকপিয়লৰ manipulated প্ৰতিবেদনৰ জৰিয়তে তেওঁলোকক হেয় কৰাৰ সম্ভাৱনাৰ কথা নুই কৰিব নোৱাৰি।

# চুতীয়াক চুলে চুৱা হয় যেতিয়া!

কিন্তু কাৰণ যিয়েই নহওক লাগিলে, চুতীয়া সকলৰ সামাজিক অৱস্থান যে হেয় হৈছিল, সেয়া হ'লে সঁচা। শ্ৰীমন্ত শংকৰদেৱ সংঘৰ অন্যতম প্ৰতিষ্ঠাপক, শ্ৰীমন্ত শংকৰদেৱ বঁটা বিজয়ী মুক্তিযোদ্ধা সোণাৰাম চুতীয়াই তেখেতৰ নিজৰ জীৱনৰ অভিজ্ঞতাৰে এনে অস্পৃশ্যতাৰ এক মৰ্মস্পৰ্শী বৰ্ণনা দিয়ে।

তেখেতক সোধা হৈছিল ঃ

'আমি জনাত যোৰহাট চৰকাৰী ল'ৰাৰ স্কুলত আপুনি অস্পৃশ্যতাৰ বলি হৈছিল, এই বিষয়ে আপুনি আমাক জনাবনে?

এই প্ৰশ্নৰ উত্তৰ তেখেতে কয় ঃ

'১৯৩১ চনত কাকজান চৰকাৰী মধ্য ইংৰাজী বিদ্যালয়ৰ পৰা বৃত্তি লৈ যোৰহাট চৰকাৰী স্কুলত ভৰ্ত্তি হ'লো যদিও বৰ্ডিঙত থকাৰ সুবিধা নাপালোঁ। কাৰণ সেইসময়ত এচ.চি ৰ মই, এচ.টিৰ বংশীধৰ দলে আমি দুজনেই বৰ্ডিঙত আমাৰ লগত কোনেও নাখায় কাৰণে বাহিৰত থাকিব লগা হ'ল আৰু বহুত অসুবিধা ভোগ কৰিব লগা হ'ল। শেহত স্কুল এৰোঁ এৰোঁ অৱস্থাৰ সৃষ্টি হ'ল। তেতিয়া স্কুলৰ হেডমাষ্টৰ আছিল জেহিৰুদ্দিন আহমেদ। ছাৰে আমাক ক'লে যে 'তহঁতি স্কুল এৰিব নালাগে। মই সুবিধা কৰি দিম। তহঁতৰ হিন্দু ধৰ্মত অস্পৃশ্যতা আছে বাবেই মই একো কৰিব নোৱাৰোঁ।' সেয়ে ছাৰে স্কুলৰ সৰু গুদাম ঘৰ এটা আজৰি কৰি আমাক ৰান্ধি খাবলৈ দিলে। জেহিৰুদ্দিন আহমদ ছাৰে আমাক সহায় নকৰাহেঁতেনে মোৰ শিক্ষা তাতেই অন্ত পৰিলহেঁতেন। সেয়ে মই আহমদ ছাৰৰ ওচৰত চিৰকৃতজ্ঞ। তাৰ পাছত কাকজানৰ

গাঁৱৰ ঘৰৰ পৰা খৰি চাউল ভাৰ পাতি অনেক কষ্টেৰে পঢ়ি ১৯৩৫ চনত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ৫ টা বিষয়ত লেটাৰ পাই উত্তীর্ণ হওঁ। সেইবছৰত অসমত ৫ টা লেটাৰ কোনো ছাত্রই পোৱা নাছিল। অস্পৃশ্যতাৰ বলি হৈও এনে এক ৰিজাল্ট কৰাত মোৰ মনত প্ৰবল আত্মবিশ্বাসৰ ভাব জাগি উঠিছিল আৰু অন্যায় আৰু অস্পৃশ্যতাৰ বিৰুদ্ধে সংগ্রাম কৰি যাবলৈ স্থিৰ কৰিছিলো।'

একেদৰে স্কুলীয়া শিক্ষাৰ অন্তত অসমৰ শীর্ষস্থানীয় শিক্ষানুষ্ঠান কটন কলেজত ১৯৩৫ চনতো এই মেধাবী ছাত্রজনে অস্পৃশ্যতাৰ বলি হোৱাৰ অভিযোগ উঠিছে। তেখেতক বোলে কটন কলেজৰ নিউ হোষ্টেলত থাকিবলৈ দিয়া নহ'ল। কটন কলেজৰ তেতিয়াৰ অধ্যক্ষ বিজয় চন্দ্ৰ সেনগুপ্তই হীনজাতৰ হোৱা বাবে তেখেতক বোলে নিউ হোষ্টেলত থাকিবলৈ দিয়া নাছিল। সূর্যকুমাৰ ভূঞাৰ হস্তক্ষেপত অৱশেষত নিউ হোষ্টেলত থাকিবলৈ দিলেও হোষ্টেলৰ সমূহীয়া ভোজন গৃহত অস্পৃশ্যতাই তেখেতৰ লগ নেৰিলে। ডিব্ৰুগড়ৰ চক্ৰবৰ্তী উপাধিৰ এজন ছাত্রই খোৱাপাতৰ পৰা মাছ এটুকুৰা সোণাৰাম চুতীয়াৰ কাঁহীলৈ দলিয়াই দিয়াৰ অভিযোগ উত্থাপন কৰি দলিত দৰদী উপাধিপ্ৰাপ্ত বৰ্ষীয়ান চিন্তাবিদজনে অৱশ্যে দিবাকৰ গোস্বামী নামৰ ছাত্রাবাস অধীক্ষক অধ্যাপক জনৰ এইক্ষেত্রত ইতিবাচক ভূমিকাৰ কথা সশ্রদ্ধে সোঁৱৰে।()

মন কৰিবলগীয়া যে সোণাৰাম চুতীয়াৰ চুতীয়া সন্মিলনত যোগদানৰ অন্যতম কাৰণ আছিল এই অস্পৃশ্যতা। (ধর্মীয় ক্ষেত্রত তেখেতে কেনেকৈ শ্রীমন্ত শংকৰদেৱ সংঘৰ নেতৃত্ব ল'লে সেয়া অন্য এক প্রসংগ)। তেখেতে ১৯৪৬ চনৰ মৰাণত অনুষ্ঠিত চুতীয়া সন্মিলনৰ সপ্তম অধিবেশনৰ ছাত্র সন্মিলনৰ সভাপতি আছিল। ১৯৫৬ চনত যোৰহাটৰ মনাইমাজিত অনুষ্ঠিত চুতীয়া সন্মিলনৰ একাদশ অধিবেশনৰ ছাত্র সন্মিলনতো সভাপতিত্ব কৰিছিল। এই বিষয়ে তেখেতৰ ব্যাখ্যা এনেধৰণৰ ঃ

'মূলত ঃ চাৰিটা প্ৰধান কাৰণত মই চুতীয়া সন্মিলনত যোগদান কৰিছিলোঁ। প্রথম কাৰণটো হ'ল অস্পৃশ্যতা। দ্বিতীয় কাৰণটো হ'ল সত্ৰবিলাকৰ মাজত অনৈক্য। তৃতীয় কাৰণটো আছিল চুতীয়াসকলৰ শৈক্ষিক আৰু আর্থিক দুৰৱস্থা। চতুর্থতে সুবিধাৰ স্বাৰ্থত চুতীয়াৰ পৰা আহোমলৈ জাত্যন্তৰ হোৱা। এই কেইটা কাৰণৰ বাবেই মই চুতীয়া জাতি সন্মিলনত যোগদান কৰিবলৈ বাধ্য হ'লো।'

'সত্ৰবিলাকৰ ভূমিকা আছিল অতি ক্ষতিকাৰক। যিহেতু সত্ৰৰ প্ৰভাৱত পৰি চুতীয়া সকলে জনজাতি সকলক ঘৃণা কৰিবলৈ আৰম্ভ কৰিলে। হিন্দু -জাত পাতৰ আওতালৈ চুতীয়াসকলক আনি সত্ৰবিলাকে জনজাতি ভাই ককাইৰ পৰা চুতীয়াসকলক

আনি সত্ৰবিলাকে জনজাতি ভাই ককাইৰ পৰা চুতীয়াসকলক নিলগ কৰে। আনকি শেষত চুতীয়াসকল অ'বিচি পৰ্যন্ত হ'লগৈ। ফলত ভীমবৰ দেউৰীৰ নিচিনা চুতীয়া জাতি সন্মিলনৰ অন্যতম প্ৰতিষ্ঠাতাই চুতীয়া সন্মিলন ত্যাগ কৰে।'

'বাহিৰৰ পৰা ওপৰে ওপৰে চালে ইয়াক সংকীৰ্ণভাৱে সাম্প্ৰদায়িক যেন লাগিব পাৰে, কিন্তু আচলতে এটা পিছপৰা সাম্প্ৰদায়ক আনৰ সৈতে আগবাঢ়ি যোৱাত সহায় কৰিবলৈহে মই চুতীয়া জাতি সন্মিলনত জড়িত হৈছিলোঁ। এজন ভাল চুতীয়াহে এজন ভাল অসমীয়া হোৱাহে মোৰ উদ্দেশ্য।'(17)

এই সুদীৰ্ঘ বক্তব্যটো ইয়াত উদ্ধৃত কৰাৰ কাৰণ হৈছে অস্পৃশ্যতা আৰু সামাজিক বৈষম্যই কুৰি শতিকাৰ প্ৰথমৰ দশক কিটাত চুতীয়া সম্প্ৰদায়ৰ এজন উদীয়মান, মেধাৱী যুৱছাত্ৰৰ মনত কি প্ৰতিক্ৰিয়া সৃষ্টি কৰিছিল, আৰু তাৰ ফলত কি সংগঠন আৰু সংগ্ৰামৰ প্ৰক্ৰিয়া ত্বৰান্বিত হৈছিল, তাক প্ৰতিনিধিত্বমূলক ভাৱে দেখুৱাটোহে।

প্ৰণিধানযোগ্য যে নিজে অস্পৃশ্যতাৰ চিকাৰ হোৱা বাবেই হ'বলা 'দলিত-দৰদী' আখ্যায়িত সোণাৰাম চুতীয়াই অস্পৃশ্যতা-আচৰণৰ যিকোনো ঘটনাৰ বিৰুদ্ধে সজাগতা প্ৰদৰ্শন কৰি আহিছে। ড. দুৰ্গেশ্বৰ বৰা সম্পাদিত যোৰহাট জিলা সতী সাধনী দিবসৰ স্মৃতিগ্ৰন্থত তেখেতে স্বয়ং লক্ষ্মীনাথ বেজবৰুৱাৰ এটা প্ৰবন্ধৰ পৰা নিম্নোক্ত উদ্ধৃতিটো দিয়ে ঃ

'আসামে আহোম ও মুসলমানের আগে বড়ো, কাছারি, চুটিয়া, বড়াহি ইত্যাদি অনেক ম্লেচ্ছরাজা বহুকাল ধরিয়া রাজত্ব করিয়াছিলেন' (লক্ষ্মীনাথ বেজবৰুৱা, *'দীপিকাছন্দ'*, **বাঁহী**, চতুৰ্থ বছৰ, দ্বিতীয় সংখ্যা, পুহ ১৮৩৪ শক।) উল্লেখযোগ্য যে মূল বাংলাতে লিখা এই প্ৰবন্ধটো বেজবৰুৱাই বাংলা আলোচনী এখনলৈ পঠাইছিল। তাত প্ৰকাশ নোপোৱাত **বাঁহী**ত প্ৰকাশ কৰা হয়।... উল্লেখযোগ্য যে গৰ্গ নাৰায়ণ গোস্বামী নামৰ জনৈক পণ্ডিতেও চুতীয়াসকলক মদ্যমাংসসেৱী, দুৰাচাৰী, অনাৰ্য আখ্যা দিছিল।

উক্ত উদ্ধৃতিৰ ভিত্তিত চুতীয়াই বেজবৰুৱাক প্ৰত্যাহ্বান জনাই কয় 'অন্ততঃ এই দুটা দৃষ্টান্তৰ পৰা প্ৰমাণিত যে কছাৰী, চুতীয়া আদি অসমৰ ভূমিপুত্ৰসকল উচ্চাভিমানী সম্প্ৰদায়ৰ মানত মদ্যমাংসসেৱী ঘৃণিত জাতি।' (18)

'ৰিপুঞ্জয়স্মৃতি' নামৰ এখন পুথিয়ে এসময়ত অসমত প্ৰচণ্ড আলোড়ন তুলিছিল। সেই পুথিখনত আহোম আৰু চুতীয়া জাতিক বৰ্ণসংকৰ, অন্ত্যজ আদি আখ্যা দি হিন্দু সমাজত হেয় কৰি দেখুৱাইছিল। আহোম-চুতীয়াৰ ঘৰত কোনো বামুণে বিবাহ, শ্ৰাদ্ধ

আদিত পুৰোহিতালি কৰিলে সেই পুৰোহিতক প্ৰায়শ্চিত্ত কৰিহে শুদ্ধ কৰাৰ বিধান দিছিল। এই পুথিখনৰ বিৰুদ্ধে আহোমসকলৰ মাজৰ পৰা প্ৰচণ্ড প্ৰতিবাদ উঠিছিল। চুতীয়াসকলৰ প্ৰতিক্ৰিয়া অৱশ্যে জ্ঞাত নহয়, কিন্তু তেওঁলোকৰ যে ইয়াত আনন্দিত হ'ব লগীয়া একো নাছিল, তাত সন্দেহৰ একো নাই। (19)

(৩) এই অস্পৃশ্যতাৰ প্ৰকোপ ইমানেই বেছি আছিল যে সাহিত্যতো তাৰ প্ৰতিফলন ঘটিছে। উদাহৰণ স্বৰূপে বিশিষ্ট সাহিত্যিক দীন তামুলী ৰচিত এখন নাটকৰ এই সংলাপটোলৈ আঙুলিয়াব পাৰি ঃ

'বৰমেধি দেউতা। আমাক চুতীয়া বুলি বৰ্ণহিন্দু সম্প্ৰদায়বোৰে নিন্দা কৰে। চুতীয়া, মৰাণ, মটক আদি জাতিক অস্পৃশ্য বুলি লেই-লেই-ছেই-ছেই কৰে।' (20)

(৩) অস্পৃশ্যতাৰ এই আচৰণ যে দীৰ্ঘদিন ধৰি চলি আহিছে তাৰ প্ৰমাণ পোৱা যায় আসাম চুতীয়া সন্মিলনৰ প্ৰথম অধিবেশনৰ (১৯২৫) অভ্যৰ্থনা সমিতিৰ সভাপতি হেমধৰ পাত্ৰ বৰাৰ অভিভাষণৰ এই অংশৰ পৰা ঃ

'চুতীয়াবিলাকৰ গৌৰৱৰ দিন আঁতৰি যোৱাৰ লগেলগে অৱস্থা তলপৰি অহাত বহুতৰ এনেকুৱা এটা বিশ্বাস হবলৈ ধৰিছে যেন এটা কুলহীন অপবিত্ৰ জাত, গতিকে ঘৃণনীয় আৰু নিন্দনীয়। ইফালে বুৰঞ্জী আদি কিতাপ পুথিত চুতীয়া বিলাক ভীষ্মকৰ বংশধৰ নুবুলিও থকা নাই। তথাপিও কটা তামোল, পানী অনা খোৱাত হিন্দুৰ উচ্চ জাতিসকলৰ আপত্তি।'(21)

(৪) সেই অধিবেশনৰ সুদীৰ্ঘ ৪৩ বছৰ পাছত অনুষ্ঠিত চতুৰ্দশ অধিবেশনতো ঘোষণা কৰিব লগীয়া অৱস্থা হৈছে যে,

'চুতীয়াসকল ঢাপৰ বাহিৰৰ অস্পৃশ্য নহয়।'(22)

(৫) আৰু তাৰ পাছতো পুনৰ এঘাৰ বছৰ পাৰ হৈ যোৱাৰ পাছতো, অৰ্থাৎ ১৯৭৯ চনতো অস্পৃশ্যতা বাহাল থকাৰ অকাট্য প্ৰমাণ পোৱা যায় সদৌ চুতীয়া জাতি সন্মিলনৰ বিংশতম অধিবেশনৰ সভাপতিৰ অভিভাষণত। সেই অভিভাষণত গোলোক চন্দ্ৰ বড়াই কয়ঃ

'চুতীয়াসকলৰ সামাজিক অৱস্থা হিন্দু সমাজৰ একেবাৰেই তলখাপত। সামাজিক অনুস্থান, যেনে বিবাহ, শ্ৰাদ্ধবিধি, সবাহ-ভাৱনা আছিল কিছুমান দ্ৰব্যবস্তু চুতীয়াসকলে বিতৰণ কৰিলে উন্নত বৰ্ণৰ লোকে নেখায়। ভোজ সবাহৰ কথাটো বেলেগেই, সাধাৰণ সেৱাত চুতীয়া দেউৰীয়ে পায়সকণ সিজালেও উন্নতবৰ্ণৰ লোকে গ্ৰহণ নকৰাৰ শ-শ উদাহৰণ আছে।'(23)

ইয়াৰ পৰা দেখা পোৱা যায় যে চুতীয়াসকলৰ ক্ষেত্ৰত যি অস্পৃশ্যতাৰ আচৰণ কৰা হৈছিল, সি এটা বিচ্ছিন্ন ঘটনা নাছিল, বৰং দশকৰ পাছত দশক, আনকি শতিকাজুৰি চলি থকা এক সামাজিক পৰিঘটনা আছিল। চুতীয়াসকলৰ মাজত এক বিদ্ৰোহী আত্ম চেতনাৰ উন্মেষ ঘটোৱাৰ ক্ষেত্ৰত এই অস্পৃশ্যতা-আচৰণৰ নিশ্চয় ভূমিকা আছিল।

# অস্পৃশ্যতাৰ পৰিণতি, অশিক্ষা

এইখিনিতে এনে অস্পৃশ্যতা বা বিদ্বেষ বৈষম্যই চুতীয়া সকলৰ শিক্ষা-দীক্ষাৰ ওপৰত কি প্ৰভাৱ পেলাইছিল, তাৰ এটা পৰিসংখ্যা জানি থোৱা প্ৰয়োজন। সেইমতে ১৯০১ চনৰ দুটামান পৰিসংখ্যা এনেধৰণৰ, য'ৰ পৰা দেখা যায় যে সামাজিক বিদ্বেষ বৈষম্য -অস্পৃশ্যতা, ৰাজনৈতিক বিভাজন, অৰ্থনৈতিক অনগ্ৰসৰতা আদি বিভিন্ন কাৰণত চুতীয়াসকল অতি শোচনীয়ভাৱে পাছ পৰি ৰৈছিল। কুৰি শতিকাৰ প্ৰথম বছৰটোত সম্প্ৰদায়টোৰ মাত্ৰ ২.৩৯% মানুহহে সাক্ষৰ আছিল (অথচ সেইসময়ত ২৯.৭৪% ব্ৰাহ্মণ, ৪৯.৯৬% বৰ্ণ ব্ৰাহ্মণ, আৰু ২৭.৯০% কায়স্থ সাক্ষৰ আছিল।) সেই সময়ত চুতীয়া পুৰুষসকলৰ ৪.৬৪% সাক্ষৰ থকাৰ বিপৰীতে ৫১.৭৭% ব্ৰাহ্মণ পুৰুষ, ৮৬.৮১% বৰ্ণব্ৰাহ্মণ পুৰুষ , ৪৭.১২% কায়স্থ পুৰুষ আৰু ৫.৮৮%´ আহোম পুৰুষ সাক্ষৰ আছিল। চুতীয়া নাৰীসকলৰ শিক্ষা দীক্ষা আছিল অধিক শোকাবহ। তেওঁলোকৰ মাত্ৰ ০.০৩% হে সাক্ষৰ আছিল, আনহাতে ইংৰাজী আখৰ চিনি পোৱা পুৰুষ সেইসময়ত ০.৪৭%আছিল, নাৰী আছিল ০%

এই পৰিসংখ্যাৰ তিনিদশক পাছতো পৰিস্থিতিৰ বিশেষ পৰিবৰ্তন পৰিলক্ষিত হোৱা নাছিল। দলিতদৰদী সোণাৰাম চুতীয়াৰ দৰে সমগ্ৰ উত্তৰ পূৰ্বাঞ্চলৰ ভিতৰত শীৰ্ষস্থানীয় ছাত্ৰ এজনৰ ক্ষেত্ৰত ঘটা অস্পৃশ্যতাই যে চুতীয়াসকলক শৈক্ষিক দিশত বিশেষভাৱে ক্ষতিগ্ৰস্ত কৰিছিল, তাৰ প্ৰমাণ পোৱা যায়, ১৯৩০ চনৰ অধিবেশনত গৃহীত এই প্ৰস্তাৱটোৰ পৰা ঃ

'ষষ্ঠ প্ৰস্তাৱ ঃ শিক্ষা বিভাগে প্ৰতিবছৰে স্কুলত পঢ়া ছাত্ৰৰ জাতি হিচাপে হিচাপ লওঁতে চুতীয়াবিলাকক নীহ জাতি বুলি লেখত ধৰাত এই সন্মিলনে প্ৰতিবাদ কৰিছে আৰু সোনকালে সেই ভুল শুধৰাবৰ নিমিত্তে কৰ্তৃপক্ষক জনাইছে।'(24)

উক্ত প্ৰস্তাৱৰ ৮ বছৰৰ পাছত ১৯৩৮ চনৰ বেঙেনাখোৱা অধিবেশনৰ সভাপতিৰ অভিভাষণত কোৱা হয় ঃ

'শিক্ষাবিষয়ত আমি একেবাৰে পিছপৰা। ১৯২০-২১ চনৰ পিয়লত আমাৰ শিক্ষিতৰ সংখ্যা (৭ বছৰৰ ওপৰৰ) মতা ৬৭২৮ আৰু তিৰোতা ২১৬ বুলি পোৱা গৈছে। এইমতে আমাৰ ১৪ ভাগৰ এভাগ অৰ্থাৎ শতকৰা প্ৰায় ৭ জনেহে শিক্ষা পাইছে।(প্ৰকৃত) সংখ্যা ইয়াতোকৈ কমহে হ'ব। পিয়লৰ গণ্তি কৰোঁতাবিলাকৰ আগত পৰিয়ালৰ এজন মানুহেই নিজৰ মৰ্যাদা নষ্ট হোৱাৰ ভয়ত লিখা পঢ়া নজনা নিজৰ পৰিয়ালকো শিক্ষিত বুলিহে কয়। গতিকে শিক্ষিতৰ সংখ্যা যে অতি কম, তাৰ পুনৰুক্তি আৱশ্যক নকৰে। তত্ৰাচ আজি ১৯৩৯ চনতো যে শিক্ষিতৰ সংখ্যা বেছি হৈছে, সি সন্দেহযুক্ত কথা। শিক্ষাৰ বাহিৰে যে জাতীয় উন্নতি অসম্ভৱ তাক সকলোৱে বুজে।' (25)

উক্ত প্ৰস্তাৱৰ ১৬ বছৰ পাছত ১৯৪৬ চনত চুতীয়াসকলে পুনৰ আক্ষেপ কৰিবলগীয়া হয় যে,

**'Educationally they have only a very small section literate who can read and write and a few B.A.s and none of any of the next higher degree or qualified in any branches of studies. This is the naked picture of the real state.'** (26)

১৯৪৬ চনত শৈক্ষিক ভাবে চুতীয়াসকল ইমান পাছপৰি ৰোৱাৰ সময়ত অসমত কিন্তু কংগ্ৰেছ চৰকাৰহে আছিল। (স্বাধীনতাৰ আগতো তেনে চৰকাৰ গঠিত হৈছিল।) সেয়েহে ১৯৪৬ চনৰ চুতীয়াসন্মিলনৰ বৈঠকে প্ৰস্তাৱ লৈছিল যে ঃ

'৪ৰ্থ প্ৰস্তাৱ ঃ অসম প্ৰাদেশিক কংগ্ৰেছ কমিটি আৰু সদৌ অসম চুতীয়া সন্মিলনৰ মাজত হোৱা সিদ্ধান্ত আৰু কংগ্ৰেছৰ আশ্বাসমতে অসমৰ সকলো সম্প্ৰদায়তকৈ পিচপৰি থকা চুতীয়া জাতিক তলত দিয়া সকলো বিষয়তে উল্লেখ কৰা হাৰে বিশেষ সুবিধা দি উন্নতি সাধনৰ ব্যৱস্থা কৰিবলৈ আজিৰ সভাই অসম কংগ্ৰেছ গভৰ্ণমেণ্টক টানি অনুৰোধ কৰে।

(ক) প্ৰাইমেৰী বৃত্তি ২৫ টা।

(খ) ছাত্ৰ বৃত্তি ১০ টা।

(গ) মধ্য ইংৰাজী ৮ টা।

(ঘ) মেট্ৰিক ৫ টা।

(ঙ) নৰ্মাল ৩ টা।

(চ) পোষ্ট গ্ৰেজুৱেট কৰ্চ ২ টা।

(ছ) ডাক্তৰী, মাইনিং, এগ্ৰিকালচাৰ, চেৰিকালচাৰ, টেকনিকেল কৰ্চ, ভেটেৰীনেৰী, ইঞ্জিনিয়াৰিং আদি প্ৰত্যেক বিভাগতে বৃত্তি ১ টাকৈ।

(জ) প্ৰত্যেক গভৰ্ণমেণ্ট আৰু গভৰ্ণমেণ্ট সাহায্যপ্ৰাপ্ত স্কুলসমূহত অন্ততঃ ৫ টাকৈ ফ্ৰি ষ্টুডেণ্টশ্বিপ আৰু ১০ টাকৈ আচুতীয়া চিট।

(ঝ) বেৰী হোৱাইট মেডিকেল স্কুলত শিক্ষা লাভ কৰিবৰ কাৰণে প্ৰতিবছৰে ডাক্তৰী শ্ৰেণীত ২ টা আৰু কম্পাউণ্ডেৰী শ্ৰেণীত ২ টা আচুতীয়া চিট।

২।... (গ) পিচপৰা অঞ্চল বিলাকত শিক্ষা বিস্তাৰৰ কাৰণে নতুন স্কুল স্থাপন আৰু পুৰণা স্কুল সংস্কাৰ কৰা।'(27)

ইয়াৰ পৰা দেখা যায় স্বাধীনতাৰ প্ৰাক্‌মুহূৰ্তত চুতীয়াসকলৰ শৈক্ষিক প্ৰত্যাশা আছিল বিনম্ৰ আৰু সামান্য। কিন্তু আশ্চৰ্যকৰ ভাৱে এইখিনি ন্যূনতম প্ৰত্যাশাও পূৰণ নহ'ল। তাৰ সাক্ষ্যও পোৱা যায় অচিৰেই। ১৯৫৩ চনত প্ৰস্তুত আন এখন স্মাৰকপত্ৰত পোৱা যায় ঃ

'মাত্ৰ লিখিব আৰু পঢ়িব জনা শিক্ষিতৰ সংখ্যাও তেওঁলোকৰ মাজত অতি সামান্য। চুতীয়াসকলৰ মাজত হাতৰ আঙুলিতে লিখিব পৰা কেইজনমান বি. এ. পাচ কৰা লোক আছে আৰু অন্যান্য এম এ, এম এচ চি, এম. বি., বি.ই আদি বিষয়ত উচ্চ শিক্ষিত লোক এজনো নাই। চুতীয়া সম্প্ৰদায়ৰ স্বৰূপ ইয়াৰ পৰাই বঢ়িয়াকৈ বুজিব পাৰি।'(28)

এই স্মাৰকপত্ৰৰ সুদীৰ্ঘ ২১ বছৰ পাছত, ১৯৭৪ চনৰ চাৰিং অধিবেশনত গৃহীত নিম্নোক্ত প্ৰস্তাৱটোৱে পুনৰ চুতীয়াসকলৰ সমসাময়িক শৈক্ষিক আকাংক্ষ্যাৰ উমান দিয়ে।

'শিক্ষাৰ ক্ষেত্ৰত যিহেতুকে চুতীয়া জাতিৰ লোকসকলক অধিক পিছপৰা সম্প্ৰদায় বুলি গণ্য কৰা হৈছে; গতিকে বিভিন্ন কাৰিকৰী শিক্ষানুষ্ঠানত এই জাতিৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে প্ৰতিযোগিতামূলক আসনৰ উপৰিও তলৰ নিৰিখত সংৰক্ষিত আসনৰ দিহা কৰিব লাগে।

১। অসম মেডিকেল কলেজ - ১০
২। গুৱাহাটী মেডিকেল কলেজ - ৬
৩। শিলচৰ মেডিকেল কলেজ - ৪
৪। অসম ইঞ্জিনিয়াৰিং কলেজ - ৬
৫। যোৰহাট ইঞ্জিনিয়াৰিং কলেজ- ৬
৬। অসম কৃষি বিশ্বদ্যিালয় - ২৫
(কৃষি কলেজ-১০ চাহ গৱেষণা কেন্দ্ৰ-৫ পশু চিকিৎসা কলেজ-১০)

৭। চৰকাৰী বিজ্ঞান কলেজ- ১০

৮। গুবাঃ আৰু ডিব্ৰুঃ বিশ্বদ্যিালয় ঃ ছাত্ৰ ছাত্ৰীৰ আসন আৰু শিক্ষকৰ নিযুক্তি।'(29)

কিন্তু তাৰ পাছত আৰু বহু বছৰ পাৰ হৈ যোৱাৰ পাছতো পৰিস্থিতিৰ বিশেষ পৰিবৰ্তন নহ'ল। কুৰি শতিকাৰ অন্তিম দশকৰ আৰম্ভণি মুহূৰ্তত যুগুতোৱা এক সমীক্ষাত ইতিহাসবিদ ড. স্বৰ্ণলতা বৰুৱাই ক'লে ঃ

'In the field of education also, the Chutias are very backward. It is noted in the Report of the Census of India, 1901, that 'The position of the Chutias in society is a low one and education has made little progress among them'. In the absence of a proper survey, however, the percentage of literacy cannot be ascertained.(30)

এতেকে কুৰি শতিকাৰ প্ৰায় অন্তিম পৰ্যায় পৰ্যন্ত চুতীয়াসকলৰ শৈক্ষিক অগ্ৰগতিৰ এই নিৰাশাজনক চিত্ৰখনো আছিল চুতীয়াসকলক বঞ্চনা আৰু বৈষম্যৰ উপলব্ধিৰ জৰিয়তে আত্ম-চেতনা বিকাশৰ এক কাৰক; অৱশ্যেই নেতিবাচক ভাৱে।

# চাকৰিৰ চিপজৰীত মধ্যশ্ৰেণী

কিন্তু কেৱল শিক্ষা-দীক্ষাৰ দিশতে নহয়, চাকৰি-বাকৰিকে ধৰি অৰ্থনৈতিক দিশত অনগ্ৰসৰতায়ো এক বঞ্চনাবোধ, এক আত্ম-চেতনাৰ উন্মেষলৈ বৰঙণি যোগাইছিল। চুতীয়াসকলে চাকৰি-বাকৰিত সদায়েই ন্যায্য প্ৰাপ্যৰ পৰা বঞ্চিত হৈ আহিছে বুলি অনুভৱ কৰে। মন কৰিবলগীয় যে চুতীয়া সন্মিলনৰ ১৯৩০ চনৰ চতুৰ্থ অধিৱেশনৰ কাৰ্য বিৱৰণীত পোৱা যায় যে

'চুতৰ্থ প্ৰস্তাৱত এই সম্প্ৰদায়ৰ উপযুক্ত লোকক চৰকাৰী চাকৰিত সুবিধা দিবৰ নিমিত্তে গভৰ্ণমেন্টক বিবেচনা কৰিবলৈ জনোৱা হৈছিল। তাৰ উত্তৰত গভৰ্ণমেন্টৰ পৰা এই সমিধান পোৱা হ'ল যে হিন্দুৰ ভিতৰত বিভাগ কৈ তেনে বিবেচনা কৰিব পৰা নহয়।'(31) ১৯৪৬ চনৰ স্মাৰকপত্ৰতে সেয়েহে চুতীয়া সন্মিলনে কৈছিল ঃ

**'Far more agonizing is the fact that the Chutias in such a pitiable state are not represented even in a small**

**measure in Govt. services. A few clerks, a few S.I.s. of police are all they have. In other branches, namely the Assam Civil Service, the Assam Junior Civil Service, Assam Educational and School Service, Excise, Medical, Agriculture etc. there is none from the community.'**(32)

ওপৰত কৈ অহা ১৯৪৬ চনৰ পৰিস্থিতিক হয়তো পৰাধীন যুগৰ অনিবাৰ্যতা বুলি কৈ উৰুৱাই দিব পৰা যায়, কিন্তু স্বাধীনতাৰ প্ৰায় দুই দশক পাছত, ১৯৬৪ চনত অনুষ্ঠিত চুতীয়া সন্মিলনৰ ত্ৰয়োদশ অধিবেশনতো নিম্নোক্ত দাবী উত্থাপিত হোৱালৈ চাই বুজিব পাৰি স্বাধীনতাৰ ১৮ টা বছৰে তেওঁলোকৰ অৰ্থনৈতিক পৰিস্থিতিৰ কোনো পৰিবৰ্তন সাধন নহ'ল। যথা ঃ

'অন্যান্য পিচপৰা সম্প্ৰদায়সমূহৰ ভিতৰত চুতীয়াসকল শিক্ষা-সংস্কৃতি,অৰ্থনৈতিক, ৰাজনৈতিক আদি সকলো বিষয়তে বেছি পিচপৰা। গতিকে জাতীয় চৰকাৰে অন্যান্য পিচপৰা সম্প্ৰদায়লৈ আগবঢ়োৱা আচুতীয়া সুবিধাবিলাক চুতীয়া সকলেও যাতে সংখ্যা অনুপাতে আৰু আশানুৰূপ ভাৱে উপভোগ কৰিব পাৰে, তাৰ সুব্যৱস্থা কৰিবলৈ চৰকাৰক টানি অনুৰোধ জনায়।(33)

পুনৰ তাৰ চাৰি বছৰ পাছত চুতীয়া সম্প্ৰদায়ৰ বাবে কিছু সংখ্যক চাকৰি আচুতীয়াকৈ ৰাখিবলৈ আৰু ACS আদি প্ৰতিযোগিতামূলক পৰীক্ষা আৰু অন্যান্য নিয়োগৰ ক্ষেত্ৰত চুতীয়া জাতিৰ প্ৰাৰ্থীৰ কাৰণে বয়সৰ উৰ্দ্ধতন সীমা পাঁচবছৰ ৰেহাই দিবলৈ দাবী কৰা হয়। IAS, IPS আদি সৰ্বভাৰতীয় প্ৰতিযোগিতাতো চুতীয়া সম্প্ৰদায়ৰ প্ৰাৰ্থীক পাঁচবছৰ বয়সৰ সীমাৰ ৰেহাই দিয়াৰ দাবী উঠে।(34)

উক্ত পীড়াকটা অধিবেশনৰ আৰু চাৰি বছৰ পাছত ১৯৭৪ চনতো পৰিস্থিতিৰ বিশেষ পৰিবৰ্তন পৰিলক্ষিত নহ'ল। উক্ত চনত অনুষ্ঠিত চাৰিং অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি কমল চন্দ্ৰ চুতীয়াই অভিভাষণত দিয়া তথ্যমতে বৰ্তমানৰ শিৱসাগৰ জিলাত প্ৰায় ৫০,০০০ চুতীয়াৰ মাজৰ পৰা ৮১ জন মণ্ডল কাননগোৰ মাজৰ এজন, ৭০ জন অভাৰচিয়াৰৰ এজন, ৪০ জন সমবায় বিষয়াৰ এজন, ৩ জন পুলিচ বিষয়াৰ এজন, ১৫০ জন ৩ য় শ্ৰেণীৰ চাকৰিয়ালৰ ভিতৰত মাত্ৰ ৪ জনহে আছিল।(35)

কুৰি শতিকাৰ শেহলৈকে (একৈশ শতিকালৈও?) চাকৰি-বাকৰিৰ ক্ষেত্ৰত অব্যাহত থকা নিৰাশাজনক পৰিস্থিতিৰ পুনৰ প্ৰমাণ পাওঁ ড. স্বৰ্ণলতা বৰুৱাৰ এই কিষাৰ কথাৰ পৰা ঃ

**'Persons holding top offices from the Chutia Community are few and far between. It is to be noted that there is not a single officer of IAS or IPS cadre from amongst them till date. Persons having higher education are very few.. For instance,there are only three teachers of this community in the Dibrugarh University and only one in the Gauhati University. Industrialists are hardly to be found among them.(36)**

দশকৰ পাছত দশক জুৰি, শতিকা অতিক্ৰমি অব্যাহত থকা চাকৰি-বাকৰি জনিত এই বঞ্চনাই এহাতেদি চুতীয়াসকলৰ মাজত মধ্যশ্ৰেণীৰ বিকাশ মন্থৰ কৰি পেলালে, আনহাতে যি দুৰ্বল মধ্য শ্ৰেণীৰ বিকাশ হ'ল তাকো বিক্ষুব্ধ অশান্ত কৰি তুলিলে। সেই দুৰ্বল মধ্যশ্ৰেণীয়ে এক আত্ম চেতনাৰ আধাৰত গঢ়ি তুলিবলৈ ল'লে নিজা সংগঠন, নিজা আন্দোলন, নিজা ইতিহাস, নিজা পৰিচিতি। পশ্চিমীয়া পুঁজিবাদী দেশৰ ঔদ্যোগিক বিকাশৰ বিপৰীতে ঔপনিবেশিকতাৰ পঁয়ালগা পৰিৱেশত চৰকাৰী চাকৰিক বা দি মধ্য শ্ৰেণীৰ বেলেগ বিশেষ সপোনো নাছিল।

# একালৰ ৰজা, হ'ল জৰৌবৌৱা প্ৰজা

কোচ-কছাৰী-আহোম-চুতীয়াকে ধৰি অসমৰ ভালেকিটা সম্প্ৰদায়ৰে এসময়ত নিজা ৰাজ্য আছিল আৰু ব্ৰিটিছৰ আমোলত, অভিযোগ উঠা মতে একাংশ বৰ্ণহিন্দু বুদ্ধিজীৱী-ধৰ্মগুৰুৰ সহযোগত, তেওঁলোকক গৃহহাৰা-সৰ্বহাৰা-অস্পৃশ্যত পৰিণত কৰা হৈছিল। মন কৰিবলগীয়া যে উক্ত চাৰিটা ৰাজবংশৰ ভিতৰত তিনিটাৰ পৰাই একোজনকৈ হ'লেও ব্যক্তিয়ে স্বাধীনতাৰ পাছত মুখ্যমন্ত্ৰীৰ আসন শুৱনি কৰে। উদাহৰণস্বৰূপে কোচ ৰাজবংশীসকলৰ পৰা বিষ্ণুৰাম মেধি আৰু শৰৎ চন্দ্ৰ সিংহ, আহোমসকলৰ পৰা কেশৱ চন্দ্ৰ গগৈ, হিতেশ্বৰ শইকীয়া, তৰুণ গগৈ মুখ্যমন্ত্ৰী হোৱাৰ উপৰিও জনজাতি (কছাৰী) সকলৰ মাজৰ পৰা যোগেন্দ্ৰ নাথ হাজৰিকায়ো কম সময়ৰ কাৰণে হ'লেও মুখ্যমন্ত্ৰী আসনত বহে। কিন্তু অসমৰ চতুৰ্থটো ৰাজবংশী সম্প্ৰদায়ৰ চুতীয়াসকলৰ বাবে সি আকাশ কুসুম কল্পনা হৈ ৰয়। এজন কেবিনেট পৰ্যায়ৰ মন্ত্ৰীয়েই বৰ্তমানৰ ৰাজনৈতিক গাঁথনিত তেওঁলোকৰ সৰ্বোচ্চ সপোন হৈ ৰৈছে। বহু সময়ত সেই সপোনতো আউল লাগে; হৈ ৰ'ব লগা হয়

বাণিজ্যিক মন্ত্ৰী- সংসদীয় সচিব। সম্প্ৰদায়টোৰ পৰা স্বাধীনতাৰ পাছৰ ছটা দশকত আজিলৈকে কোনো লোকসভাৰ সদস্য হোৱা নাই বুলি জনা যায়। আনহাতে ছেদেলি-ভেদেলিকৈ অসমৰ বিভিন্ন ঠাইত বাস কৰা বা বাস কৰিবলৈ বাধ্য হোৱা চুতীয়াসকলৰ বাবে আন কেতবোৰ জনগোষ্ঠীৰ দৰে স্বায়ত্তশাসন দাবী কৰাৰো উপায় নাই বিক্ষিপ্ত বসতিৰ বাবেই। এনে এক অসহায়, আশাবিহীন পৰিস্থিতিত ধুমায়িত বিক্ষোভে কেনেকৈ আত্ম চেতনাৰ ৰূপ লৈছে, তাৰে এটি আভাস তলত ডাঙি ধৰা হৈছে ঃ

১৯২৭ চনত ৰহাত অনুষ্ঠিত চুতীয়া সন্মিলনৰ দ্বিতীয় অধিবেশনৰ সভাপতি নীলমণি ফুকনে চুতীয়াসকলক ৰাজনীতি কৰাৰ পৰা বিৰত থাকিবলৈ সঁকীয়াই দিছিল। সমগ্ৰ দেশতে সেই সময়ত ড. আম্বেদকাৰৰ নেতৃত্বত অহা দলিত-চেতনাৰ নবজোৱাৰত যাতে অসমৰ দলিত-নিপীড়িতসকল উটি-ভাঁহি নাযায়, তাৰ বাবে সমাজৰ স্বয়ম্ভু অভিভাৱকসকলে তেতিয়া কাঢ়া নজৰ ৰাখিছিল। সেই সুৰেৰেই ফুকনে কৈছিল,

'ৰাজনীতি ক্ষেত্ৰত সাম্প্ৰদায়িক ভাৱে থিয় হ'লে লেঠা আৰু বঢ়াৰহে কথা... আপোনালোকে সাম্প্ৰদায়িকভাৱে ৰাজনীতি বিষয় আলোচনা কৰিব খোজা নাই। এইটো আপোনালোকৰ সজ বিবেচনাৰ পৰিচায়ক। যথাৰ্থতে ক'বলৈ গ'লে যিমানবিলাক সুখ-দুখৰ ঘটনাই সমাজ তোলপাৰ কৰি থাকে তাৰ কিমানখিনি ৰজাঘৰৰ পৰা প্ৰতিকাৰ হ'ব পাৰে। কবিৰ এই মনোভাৱ কল্পনাপ্ৰসূত নহয়, ই আখৰে আখৰে সত্য। আমাৰ সমাজৰ যিমানবিলাক গ্লানি আছে, তাৰ তুলনাত ৰাজনৈতিক অভাৱ-অভিযোগ সামান্য কথা।'(37)

... এইদৰেই ৰাজনৈতিক অভাৱ-অভিযোগক সামান্য কথা বুলি উৰাই দি চুতীয়াসকলক ৰাজনৈতিক আন্দোলনৰ পৰা, বিশেষকৈ নিজা পৰিচিতি (Identity) ভিত্তিক ৰাজনৈতিক দাবী দাবাৰ পৰা সুদূৰত ৰাখিব বিচাৰিছিল বিচক্ষণ ব্ৰিটিছ-বিশ্বস্ত ৰাজনীতিবিদ নীলমণি ফুকনে। অৱশ্যে চুতীয়া সন্মিলনীৰ জন্মলগ্নৰ পৰা প্ৰযোজ্য নিয়মাৱলীয়েই ফুকনক তেনেকৈ উপদেশ দিয়াৰ বাট কাটি দিছিল। মন কৰিবলগীয়া যে ১৯৩৬ চনত তৃতীয় সংস্কৰণ প্ৰকাশ পোৱা অসম চুতীয়া সন্মিলনীৰ নিয়মাৱলীৰ 'উদ্দেশ্য'ৰ দ্বিতীয় দফাত স্পষ্টভাৱে কোৱা হৈছিল ঃ

**'এই সন্মিলনীয়ে ৰাজনীতি বিষয়ে আন্দোলন নকৰে।'**(38)

কিন্তু স্বাধীনতা আন্দোলনৰ প্ৰবল জন জোৱাৰে চুতীয়া সন্মিলনকো আলোড়িত কৰাৰ পাছত ১৯৪৮ চনত পুনৰ সংশোধিত নিয়মাৱলীত উক্ত দফাটোৰ বিলোপ সাধন ঘটা দেখা যায়।(39)

অৱশ্যে স্বাধীনতা আন্দোলনৰ ধামখুমীয়াৰ মাজতে ১৯৪৬ চনৰ অধিৱেশনতে সুস্পষ্ট ৰাজনৈতিক দাবী উঠিবলৈ আৰম্ভ কৰিছিল। উক্ত অধিৱেশনৰ তৃতীয় প্ৰস্তাৱত কোৱা হৈছিল ঃ

'ঐতিহাসিক আৰু সামাজিক ভিত্তিত অতীতৰ ৰাজশক্তি সম্পন্ন চুতীয়া জাতি অসমৰ এটা স্বতন্ত্ৰ সম্প্ৰদায়। এই জাতি অধঃপতনৰ চৰম অৱস্থাত পৰাত যি ধৰণেৰে ইয়াৰ অস্তিত্ব লোপ পাবৰ উপক্ৰম হৈছে সেই গুৰুতৰ অৱস্থালৈ লক্ষ্য ৰাখি আজিৰ সভাই গভীৰ উদ্বিগ্নতা প্ৰকাশ কৰে। দেশত নিজ অস্তিত্ব ৰক্ষা কৰি জাতি হিচাপে সসন্মানে জীয়াই থাকিবলৈ চুতীয়া জাতিৰ সম্পূৰ্ণ অধিকাৰ আছে বুলি আজিৰ সভাই বিবেচনা কৰে। যিহেতু চুতীয়া জাতিয়ে নিজ শক্তিৰে অন্যান্য উন্নত সম্প্ৰদায় সমূহৰ লগত প্ৰতিদ্বন্দ্বিতা কৰি শাসন পৰিষদৰ আসন লাভ কৰিবৰ অক্ষম, সেই কাৰণে আগন্তুক ভাৰত শাসন তন্ত্ৰত এই সম্প্ৰদায়ৰ কাৰণে লোকসংখ্যা অনুপাতে আৰু পিচপৰা হিচাপে ওপৰঞ্চি সুবিধা অনুযায়ী যুটীয়া নিৰ্বাচন পদ্ধতিত ন্যায্য আসন সংৰক্ষণ আৰু অন্যান্য সা-সুবিধা আদিৰ বিহিত ব্যৱস্থা কৰিবলৈ প্ৰাদেশিক আৰু কেন্দ্ৰীয় গভৰ্ণমেণ্টক আজিৰ সভাই টানি অনুৰোধ কৰে।'(40)

ইমানতে সন্তুষ্ট নহৈ চুতীয়াসকলে তেওঁলোকৰ মাজৰ পৰা সেই সময়ৰ শাসন পৰিষদৰ (ব্যৱস্থাপক সভা) একমাত্ৰ প্ৰতিনিধি দণ্ডেশ্বৰ হাজৰিকাক, আগন্তুক ভাৰতীয় গণ পৰিষদতে (Constituent Assembly) চুতীয়া সম্প্ৰদায়ৰ হৈ প্ৰতিনিধিত্ব কৰাৰ সুবিধা বিচাৰিছিল।(41) কিন্তু স্বাধীন ভাৰতৰ প্ৰথম নিৰ্বাচনত (১৯৫২) এইজন দণ্ডেশ্বৰ হাজৰিকাক চুতীয়া সন্মিলন আৰু সদৌ অসম চুতীয়া ছাত্ৰ সন্মিলনৰ প্ৰবল হেঁচাতহে কংগ্ৰেছে মনোনয়ন দিবলৈ বাধ্য হৈছিল বুলিও তথ্য পোৱা যায়।'(42)

ইয়াৰ পৰা দেখা যায় যে ড. আম্বেদকাৰে দাবী কৰা পৃথক নিৰ্বাচকমণ্ডলীৰ বিপৰীতে চুতীয়া সকলে যুটীয়া নিৰ্বাচকমণ্ডলী (Joint electorate instead of separate electorate) বিচাৰিছিল আৰু তাতোকৈ তাৎপৰ্যপূৰ্ণ ভাৱে অনাগত স্বাধীন ভাৰতৰ সংবিধান সভাতো নিজা প্ৰতিনিধি বিচাৰিছিল, যি সংবিধান প্ৰণয়নতো মাত লগাব পাৰে। এনেকৈয়ে বঞ্চনাৰ বিৰুদ্ধে ৰাজনৈতিক অধিকাৰ বিচৰাৰ মাধ্যমেৰে গঢ় লৈছিল চুতীয়াসকলৰ আত্ম-চেতনা।

কিন্তু সেই দাবী সুদীৰ্ঘ চাৰিদশক পাছতো পূৰণ হোৱাৰ কোনো প্ৰমাণ পোৱা নগ'ল। ১৯৮৮ চনত এজন লেখকে সেয়ে ক'ব লগা হ'ল ঃ

'স্বাধীন কালত অসমৰ মন্ত্ৰীত্ব পোৱা দুৰ্গেশ্বৰ শইকীয়া, ডেপুটী স্পীকাৰ স্বৰ্গীয়

দণ্ডেশ্বৰ হাজৰিকা, সোণেশ্বৰ বৰা আৰু নগেন নেওগ আছিল। কিন্তু গণ পৰিষদ চৰকাৰৰ দিনত এই বৃহৎ চুতীয়া জাতিটোৰ এজনো মন্ত্রীত্ব পদত বর্তমান নাই। মাত্র এজন বিধায়কহে আছে। ভাৰতীয় প্রশাসনিক বিষয়া আৰু সংসদী সদস্য আজিলৈকে এজনো হ'ব পৰা নাই।'(43)

ক্ষমতাৰ পৰা বিতাড়িত-বঞ্চিত জনগোষ্ঠীটোৱে নিজৰ প্রাপ্য আদায়ৰ বাবেই গোষ্ঠীগত চেতনাৰ আশ্রয় লয়।

# অসম সাহিত্য সভা ঃ সাম্প্রদায়িকতাৰ জয়ধ্বজা

অসমৰ আন বহু নিপীড়িত জনগোষ্ঠীৰ দৰেই চুতীয়া সকলেও বিশিষ্ট বুদ্ধিজীৱীসকলৰ বিদ্বেষ অথবা অৱহেলা-অৱমাননাত আঘাত অনুভৱ কৰে। উদাহৰণস্বৰূপে চুতীয়া সন্মিলনৰ চতুর্দশ অধিবেশনতে ত্রৈলোক্য লেখাৰুৰ দ্বাৰা প্রস্তাবিত আৰু জীতেন চুতীয়াৰ দ্বাৰা সমর্থিত পঞ্চম প্রস্তাৱত কোৱা হয় ঃ

'ডক্টৰ লক্ষ্মী দেৱীৰ দ্বাৰা প্রণীত অষ্টম মানৰ পৰা একাদশ শ্রেণীৰ পাঠ্য অসম বুৰঞ্জীৰ ২০২ পৃষ্ঠাত বুৰঞ্জী প্রসিদ্ধ ৰাজবংশী খিলঞ্জীয়া চুতীয়া আৰু মিৰি জাতিক তুচ্চার্থব্যঞ্জক 'বোৰ', 'হঁত' আদি শব্দ ব্যৱহাৰ কৰি সমগ্র চুতীয়া আৰু মিৰি জাতিক হেয় প্রতিপন্ন তথা অপমানিত কৰাত আজিৰ সদৌ অসম চুতীয়া সন্মিলনে গভীৰ দুখ, ক্ষোভ প্রকাশ কৰি পৰৱর্তী সংস্কৰণত ইয়াৰ সংশোধনৰ দাবী জনায়।'(44)

ইয়াৰ আগতেও দ্বিতীয় অধিবেশনৰে (১৯২৭) এটা প্রস্তাৱত হিতেশ্বৰ বৰবৰুৱাই **'মিলন'**ত প্রকাশিত 'অসম' নামৰ কবিতাত ৰুক্মিণীক মিৰিজীয়ৰী বোলাত চুতীয়া সন্মিলনৰ প্রতিবাদ প্রকাশ পাইছিল।(45) এনেবোৰ স্পর্শকাতৰ বিষয়ত প্রতিবাদৰ পৰাই চুতীয়াসকলৰ বর্দ্ধিত আত্ম চেতনাৰ উমান পোৱা যায়।

কিন্তু ব্যক্তিগত বুদ্ধিজীৱীসকলৰ এনে স্থিতিতকৈয়ো অসম সাহিত্য সভাৰ দৰে অসমৰ মুলসুঁতিৰ জাতীয়তাবাদী অনুষ্ঠানৰ বিৰুদ্ধেহে চুতীয়াসকলৰ অধিক বিক্ষোভ পুঞ্জীভূত হৈ থকাৰ প্রমাণ পোৱা যায়।

উদাহৰণস্বৰূপে চুতীয়া সন্মিলনৰ ১৯২৭ চনৰ দ্বিতীয় অধিবেশনৰ দুটা প্রস্তাৱত অসম সাহিত্য সভাৰ পৰা গভীৰ প্রত্যাশাৰে কোৱা হৈছিলঃ

'চতুৰ্থ প্ৰস্তাৱ ঃ মান ভগনৰ দিনত বহুত চুতীয়া মানুহ গৈ আসাম উপত্যকাৰ বাহিৰে আন ঠাইত বসতি কৰি থকাৰ বাতৰি পোৱা গৈছে। সেই মানুহবিলাকৰ অসমীয়া ভাষা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ ক্ৰমাম্বয়ে লোপ পাই গৈছে। যাতে সেই মানুহ বিলাক সকলো বিষয়তে সম্পূৰ্ণ অসমীয়া হৈ থাকিব পাৰে তাৰ বাবে চেষ্টা কৰিবলৈ ***আসাম চুতীয়া সন্মিলনৰ বৰ্তমান অৱস্থা টনকিয়াল নোহোৱা গতিকে*** আজিৰ সন্মিলনে আসাম সাহিত্য সভাক সেই কাম হাতত ল'বলৈ অনুৰোধ কৰে।

পঞ্চম প্ৰস্তাৱ ঃ চুতীয়া জাতি বুজোৱা 'চুতীয়া' শব্দটো বৰ্তমানলৈকে অসমীয়া ভাষাত 'চুটীয়া' এইদৰে লিখা চলি আহিব লাগিছে। এই সন্মিলনীত বিবেচনা কৰি স্থিৰ কৰা মতে সেই শব্দটো 'চুতীয়া', এইদৰে অসমীয়া ভাষা আৰু অভিধানত প্ৰচলন হ'বৰ কাৰণে আসাম সাহিত্য সভা আৰু সাহিত্যিকসকলক আজিৰ সন্মিলনে জনায়।'

চুতীয়া ৰাইজে অসম সাহিত্য সভাৰ পৰা কৰা এই পৰম প্ৰত্যাশা পূৰণ হ'লনে নাই জনা যাব, কিন্তু তাৰ আগতে উক্ত অধিবেশনৰে ষষ্ঠ প্ৰস্তাৱ পঢ়ি চক্ খাবলগীয়া হয়। যথা ঃ

'ষষ্ঠ প্ৰস্তাৱ (ক) শ্ৰীযুত বেণুধৰ ৰাজখোৱা ডাঙৰীয়াই ধুবুৰীত বহা নৱম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণত চুতীয়া জাতিৰ প্ৰতি যি হেয় ভাৱ প্ৰকাশ কৰিছে, তাত আচৰিত হৈ এই সন্মিলনে দোৰ্ঘোৰ প্ৰতিবাদ জনাইছে।'(46)

আগতে কৈ অহা দ্বিতীয় অধিবেশনৰ অসম সাহিত্য সভাৰ প্ৰতি যি সকল মিনতি আৰু অভিধানত চুতীয়াসকলৰ সম্পৰ্কে শুদ্ধকৈ উল্লেখ কৰিবৰ বাবে যি সনিৰ্বন্ধ অনুৰোধ, তাৰ সঁহাৰি অসম সাহিত্য সভাই কেনেকৈ দিলে চুতীয়া সন্মিলনৰ (১৯৪৬) তলৰ প্ৰস্তাৱটোৰ পৰাই বাৰুকৈ বুজা যায়।

**'১৩শ প্ৰস্তাৱ ঃ হেমকোষ আৰু অসম সাহিত্য সভাৰ দ্বাৰা সংকলিত চন্দ্ৰকান্ত অভিধানত চুতীয়া কোচ কছাৰী শব্দৰ অৰ্থ লিখোঁতে *সিহঁত আদি তুচ্ছাৰ্থ* সৰ্বনাম প্ৰয়োগ কৰি সু প্ৰসিদ্ধ অসমৰ ৰাজ পৰিয়াল বিলাকক ঈৰ্ষামূলক ভাৱে আক্ৰমণ কৰাৰ উপৰিও সু বৃহৎ অসমীয়া জাতি সংগঠনত যথেষ্ট অন্যায় কৰিছে। সেই কাৰণে সেই বিলাক কথাৰ যথা বিহিত সংশোধনৰ কাৰণে আজিৰ সভাই অসম সাহিত্য সভাৰ ওচৰত দাবী জনায়।'**(47)

মন কৰিবলগীয়া যে ১৯২৭ চনৰ পৰম প্ৰত্যাশাৰ সুদীৰ্ঘ দুই দশক পাছৰ প্ৰস্তাৱটোত ফুটি উঠিছে বিক্ষোভ আৰু অসন্তুষ্টিৰ তীব্ৰতা। তাৰ পাছত আৰু সুদীৰ্ঘ ২৬ বছৰ কাটি যোৱাৰ পাছত, ১৯৭২ চনৰ অধিবেশনত প্ৰদত্ত সভাপতিৰ অভিভাষণৰ পৰা

অনুমান কৰাত অসুবিধা নহয় যে অসম সাহিত্য সভাৰ দৰে 'জাতীয়' অনুষ্ঠানে উক্ত প্ৰায় পাঁচদশকৰ সময়ছোৱাত অন্ততঃ চুতীয়াসকলৰ সেই অনুৰোধ-উপৰোধ-কাকুতি-মিনতিৰ প্ৰতি বিশেষ গুৰুত্ব দিয়া নাছিল। সেয়ে আমি গোলোক চন্দ্ৰ বড়াৰ সভাপতিৰ অভিভাষণত পঢ়িবলৈ পাওঁ ঃ

**'পৰিতাপৰ কথা যে অসমীয়া জাতিৰ একমাত্ৰ প্ৰতিনিধিত্বমূলক অনুষ্ঠান অসম সাহিত্য সভাই চুতীয়া জাতিৰ পৌৰাণিক তথ্য সমূহৰ উদ্ধাৰ আদি কাৰ্যত বিশেষ একো ভূমিকা লোৱা নাই। অৱশ্যে চুতীয়া জাতি কোনো দিন বিলুপ্ত হ'লেও অসমীয়া জাতিৰ একো ক্ষতি হোৱাৰ আশংকা নাথাকে- কাৰণ চুতীয়াসকল তেতিয়া অন্যান্য সম্প্ৰদায়ৰ লগত জাপ গৈ অসমীয়াৰ জনসংখ্যা অটুত ৰখাব।' মাত্ৰ চুতীয়াসকলৰহে অপূৰণীয় ক্ষতি হ'ব- চুতীয়াসকল হয়তো মিউজিয়ামৰ উপভোগ্য বস্তু হৈ থাকিব। কেন্দ্ৰীয় আৰু ৰাজ্যিক চৰকাৰ আৰু অন্যান্য জাতীয় অনুষ্ঠান সমূহে এই বিষয়ে যাতে দৃষ্টিপাত কৰে তাৰ বাবে তেখেতসকলৰ সজাগ দৃষ্টি আকৰ্ষণ কৰা হ'ল।'**(48)

অসম সাহিত্য সভাৰ দৰে 'জাতীয়' অনুষ্ঠান সমূহৰ এনে অৱহেলা-অৱমাননাৰ দৃষ্টিভংগীয়ে ইতিবাচক নহয়, নেতিবাচক দিশৰ পৰা চুতীয়াসকলৰ আত্ম-চেতনাৰ বিকাশত এনেকৈয়ে বৰঙণি যোগালে।

# তিনিখন দেশত সিঁচৰতি এটা জাতি

এটা জাতি/সম্প্ৰদায়ৰ মানুহখিনি যদি কোনো ৰাজনৈতিক চক্ৰান্তৰ ফলত, অথবা ঘটনাচক্ৰে বিভক্ত, বিক্ষিপ্ত হৈ ছেদেলি ভেদেলি হৈ থাকে, সি দুৰ্বল হয়, নিশকতীয়া হয়, হতাশাগ্ৰস্ত হয়। কিন্তু এই একেই বিভাজন অথবা বিক্ষিপ্ততাই জনগোষ্ঠীটোক বিক্ষুব্ধ, বিদ্ৰোহী কৰি তুলিবও পাৰে। সি তাক নতুন জাতীয় আৱেগিক ঐক্যৰ বাবে অনুপ্ৰাণিতও কৰিব পাৰে।

উদাহৰণস্বৰূপে দেশ বিভাজনৰ ফলত ভাৰতৰ পূব প্ৰান্তৰ বংগ আৰু পশ্চিম প্ৰান্তৰ পাঞ্জাব আৰু কাশ্মীৰ ৰাজ্য কিখনৰো বিভাজন ঘটিছিল উল্লম্বভাৱে। দেশ বিভাজনৰ সেই কৰুণ, বিধ্বংসী স্মৃতিয়ে জাতি তিনিটাক আজিও খেদি ফুৰিছে। মধ্যভাৰতৰ ঝাড়খণ্ডীসকল আকৌ বিভক্ত হৈ আছিল বিহাৰ, পশ্চিমবংগ, মধ্যপ্ৰদেশ

আৰু উৰিষ্যাত। অসমলৈ চাহবাগিছা পাতিবৰ বাবে অনা পঞ্চাশ লাখ ঝাড়খণ্ডী আদিবাসী, সদৃশ কাৰণতে বেষ্ট ইণ্ডিজ, মাৰিচাচ আদিলৈ নিয়া লাখ ঝাড়খণ্ডীৰ কথা নকলোৱেইবাঙ্গ এই সকলো মিলি এক ঐক্যবদ্ধ ঝাড়খণ্ডী জাতি আৰু তাৰ এক গৃহভূমিৰ দাবীয়ে যোৱা শতিকাৰ দ্বিতীয়াৰ্দ্ধত তীব্ৰৰূপ ধাৰণ কৰে। কেৱল বিহাৰৰ ১৬ খন ৰাজ্যক লৈ ঝাড়খণ্ড ৰাজ্য গঠন হ'লেও সম্পূৰ্ণ ঝাড়খণ্ডী একীকৰণ আৰু পূৰ্ণাংগ ঝাড়খণ্ডৰ আন্দোলন এতিয়াও সফল হোৱা নাই, সি অব্যাহত আছে।

অসমৰ একেবাৰে কাষৰতে থকা নাগাসকলৰ প্ৰসংগও এই ক্ষেত্ৰত প্ৰনিধানযোগ্য। নাগাসকলে নাগালেণ্ড নামৰ এখন ৰাজ্য লাভ কৰিলেও নাগালেণ্ডত যিমান নাগা আছে, তাতকৈ অধিক সংখ্যক নাগালেণ্ডৰ বাহিৰত, অৰ্থাৎ অসম (বিশেষকৈ উত্তৰ কাছাৰ), অৰুণাচল, মণিপুৰ আৰু ম্যানমাৰত আছে বুলিহে জনা যায়। এতেকে নাগাসকলৰ অৰ্দ্ধ শতিকাজোৰা আত্ম নিৰ্দ্ধাৰণৰ সংগ্ৰামৰ এটা প্ৰধান দাবী হৈছে ৰাজনৈতিকভাৱে নাগাসকলৰ একত্ৰীকৰণ। অৰ্থাৎ বিক্ষিপ্ত / বিভক্ত হৈ থকা পৰিস্থিতিটোৱে নাগাসকলক যিমান দুৰ্বল কৰিছে, তেওঁলোকৰ জাতীয় ঐক্যৰ তাগিদাই তেওঁলোকক তাতকৈ বহু বেছি গুণে সবলহে কৰি তুলিছে।

চুতীয়াসকলৰ প্ৰসংগও একেধৰণৰ। ১৫২৩ চনৰ ঐতিহাসিক পৰাজয়ৰ পাছতে আহোমসকলে চুতীয়াসকলক ৰাজ্যৰ বিভিন্ন প্ৰান্তত ছেদেলি ভেদেলি কৰি দিলে যাতে তেওঁলোকে একত্ৰিত হৈ বিদ্ৰোহ কৰি পুনৰ ক্ষমতা দখল কৰিব নোৱাৰে। কিন্তু মোৱামৰীয়া বিদ্ৰোহ আৰু মানৰ আক্ৰমণৰ সময়ত ইয়াতোকৈ ডাঙৰ বিপৰ্যয় ঘটিল। অসমীয়া সম্প্ৰদায় সমূহৰ ভিতৰত চুতীয়াসকলৰ পৰাই বৃহত্তম সংখ্যক লোক বৰ্তমানৰ বৰাক উপত্যকা, মেঘালয় আৰু বাংলাদেশলৈ পলাই যাব লগা হ'ল। আনহাতে আন বহুসংখ্যক লোকক মানে ধৰি নিয়া বুলি আশংকা কৰা হয়। নগাপাহাৰ আদিতো বহু চুতীয়া লোকে পলাই গৈ আশ্ৰয় লোৱা বুলি জন বিশ্বাস আছে।

এই উপৰ্যুপৰি বিভাজন আৰু বিক্ষিপ্তিয়ে চুতীয়া জনগোষ্ঠীগত মননত প্ৰবল প্ৰভাব পেলোৱা পৰিলক্ষিত হয়। উদাহৰণস্বৰূপে আসাম চুতীয়া সন্মিলনৰ তৃতীয় অধিবেশনৰ আদৰণী সভাৰ সভাপতিৰ অভিভাষণত কোৱা হয় ঃ

'আমাৰ প্ৰথম উদ্দেশ্য এই যে আমাৰ জাতীয় ভাইসকলে আজি প্ৰায় ১৫২৩ চনৰ পৰা এই ছশ বছৰ কাল নানা উপদ্ৰৱত পাৰি ঠান্ ঠান্ হৈ দেখা-দেখি হ'বলৈ পোৱা নাই। মানৰ অত্যাচাৰত অনেকবোৰ জাতিৰ লোক পৰ্বতে পাহাৰে সোমালগৈ; কিন্তু এতিয়া ইংৰাজ বাহাদুৰৰ বিজুলী চাকিৰ পোহৰত সেই ভগনীয়া জাতিৰ ভাইসকলক

ঠায়ে ঠায়ে খেপিয়াই পোৱা গৈছে। সেইবিলাক কাছাৰ, মণিপুৰ, খাছিয়া পাহাৰ আৰু ব্ৰহ্মদেশতো আছে বুলি প্ৰমাণ হৈছে। তেতিয়াৰে পৰা আমাৰ জাতি ভাইহঁতে চিন চাব হেৰুৱাই আজি সকলোৰে গৰিহণা খাই ফুৰিছোহঁক। কিন্তু এতিয়া ঈশ্বৰে আমাক কৃপাদৃষ্টি কৰিছে। আৰু আমাৰো শুভদিন উপস্থিত হৈছে বুলি অনুভৱ কৰিব পাৰোঁ। আমাৰ হেৰোৱা ভাই বন্ধুক আকৌ বিচাৰি পাম বুলি আশা কৰিলোঁ। হে মোৰ জাতিবৰ্গসকল তু আপোনাসকলে ইমান দিন অমাৱস্যা ৰাতিৰ ঘোৰ অন্ধকাৰত সোমাই থাকি আজি সেই দুৰ্গম আন্ধাৰৰ পৰা ওলাই আহি নিৰাশ, লেৰেলা, শেতাপৰা মুখক আজি সতেজ কৰিছে। যদিও আমি পৃথক পৃথক খেলৰ মানুহ, অথচ আমি জাতিত একে, তথাপি আমি আজি সকলো মিলি ডিঙিত ধৰাধৰি কৰি আনন্দ প্ৰকাশ কৰোঁ আহক।'(49)

বিক্ষিপ্ত আৰু বিভাজন জনিত বেদনা আৰু তজ্জনিত চেতনাই চুতীয়াসকলক আৱেগিক কৰি ৰখাৰ আৰু বহু প্ৰমাণ পোৱা যায়। উদাহৰণস্বৰূপে সদৌ অসম চুতীয়া সন্মিলনৰ (১৯৪৮) ডিব্ৰুগড় গৃহীত ছপা নিয়মাৱলীত লিখা আছে যে তলত নাম উল্লেখ কৰা জিলা বিলাকক চুতীয়া সন্মিলনৰ অন্তৰ্ভুক্ত জিলা বুলি গণ্য কৰা হ'ব ঃ

'১। শদিয়া ২। ডিব্ৰুগড় ৩। উঃ লখিমপুৰ ৪। শিৱসাগৰ ৫। যোৰহাট ৬। গোলাঘাট ৭।নগাঁও ৮। তেজপুৰ ৯।মঙলদৈ ১০।কামৰূপ **১১। চিলেট ১২। কাছাৰ ১৩। শিলং পাহাৰ ১৪। গোৱালপাৰা।**'(50)

এই তালিকাৰ শেহৰ চাৰিটা নাম মন কৰিবলগীয়া। কাছাড়ত চুতীয়া মানুহ থকাৰ কথা বাৰু বেচ কিছু দিন ধৰি জানিব পৰা গৈছে। শ্বিলঙত তেতিয়া চাকৰি সূত্ৰে কিছু চুতীয়া মানুহ থকাৰ উপৰিও (বৰ্তমান) মেঘালয়ৰ কেতবোৰ ঠাইত চুতীয়া মানুহ থকাৰ কথা কোৱা হয়। গোৱালপাৰাৰ কথা সিমান শুনা নাযায়। কিন্তু তালিকাখনৰ সবাতোকৈ আশ্চৰ্যকৰ সংযোজন হ'ল ১১নংত চিলেট। কাৰণ চিলেট যে কেৱল বৰ্তমানেই বাংলাদেশত, তেনে নহয়; ১৯৪৮ চনত দেশ বিভাজনৰ ফলত সি ইতিমধ্যেই পূব পাকিস্তানৰ অন্তৰ্গত হৈছিল। এতেকে ১৯৪৮ চনত দেশ বিভাজনৰ পাছত পূব পাকিস্তানৰ অন্তৰ্গত জিলা এখনক সদৌ অসম চুতীয়া সন্মিলনৰ অন্তৰ্গত কৰিব বিচৰাটোৱে প্ৰমাণ কৰে যে দেশ বিভাজনে আনি দিয়া আকস্মিক ৰাজনৈতিক ব্যৱধান সত্বেও এক আন্তৰ্জাতিক চুতীয়া ঐক্যৰ আবেগ অন্তঃ সলিলা ফল্গুৰ দৰে অনবৰত বৈ আছিল।

চুতীয়া সন্মিলনৰ চতুৰ্দশ অধিবেশনতো (১৯৬৮) আন্তৰ্জাতিক আবেগিক ঐক্যই ক্ৰিয়া কৰিছিল। যোৰহাট জিলাৰ পীড়াকটাত অনুষ্ঠিত এই অধিবেশনৰ ছাত্ৰ সন্মিলনত

'পাকিস্তানৰ পৰা ভাগি অহা লংকাৰ পৰা অহা ছাত্ৰী শ্ৰী চন্দ্ৰিকা মেধিয়ে আৱেগেৰে জ্ঞাতিসকলক সেই অঞ্চলৰ অৱস্থা বৰ্ণনা কৰে।' চন্দ্ৰিকা মেধি সদৌ অসম চুতীয়া ছাত্ৰ সন্মিলনৰ কাৰ্যকৰী সমিতিৰ সদস্যাও নিৰ্বাচিত হয় ।(51) সেই অধিবেশনৰ মুকলি সভাত সমজুৰাৰ বক্তব্যত 'কাছাৰৰ প্ৰদীপ কুমাৰ হাজৰিকাই তাহানি মানসকলৰ সময়ত লুইতৰ পাৰৰ পৰা ভাগি গৈ বৰাকৰ পাৰত পোৱা অভিজ্ঞতাৰ কথা কয়।' কাছাৰৰ তাৰাপুৰৰ এইজন প্ৰদীপ কুমাৰ হাজৰিকাও সন্মিলনৰ কাৰ্যকৰী সমিতিৰ সদস্য নিৰ্বাচিত হয়। চন্দ্ৰিকা মেধি আৰু প্ৰদীপ কুমাৰ হাজৰিকাৰ বক্তব্যই অধিবেশনক নিশ্চয় বাৰুকৈ প্ৰভাৱান্বিত কৰিছিল। কাৰণ ইয়াৰ এটা প্ৰস্তাৱত কোৱা হয় যেঃ

'(১) মাটিহীন, দৰিদ্ৰ আৰু পাকিস্তানৰ পৰা ভাগি আহি নগাঁৱৰ লংকা আদি ঠাইত পুনৰ বসতি কৰিবলৈ লোৱা নিঠৰুৱা পৰিয়ালবৰ্গক সংস্থাপনৰ বাবে আৱশ্যকীয় পৰিমাণৰ মাটি আৰু আৰ্থিক সাহায্য দিয়াৰ ব্যৱস্থা কৰিব লাগে।'(52)

সেই একে অধিবেশনৰ ৭(১) প্ৰস্তাৱযোগে কাছাৰত থকা মান ভগনীয়া চুতীয়াসকলৰ ওপৰত জমিদাৰৰ নিৰ্যাতন দূৰীকৰণৰ আৰু ৭(২) প্ৰস্তাৱযোগে কাছাৰ জিলাত থকা মান-ভগনীয়া চুতীয়াসকলৰ বাবে উচ্চ পৰ্যায়তো অসমীয়া ভাষা শিক্ষাৰ দাবী জনোৱা হয়।

পৰবৰ্তী কালতো কাছাৰৰ চুতীয়া অসমীয়াসকলৰ প্ৰসংগটোৱে চুতীয়া সম্প্ৰদায় তথা সন্মিলনৰ চিন্তা চৰ্চাত অবিৰাম ক্ৰিয়া কৰি থকা দেখা যায়। উদাহৰণস্বৰূপে ১৯৮১ চনৰ কমাৰবন্ধা অধিবেশনৰ স্মৃতিগ্ৰন্থত কুল চুতীয়াৰ প্ৰবন্ধঃ *'চুতীয়া সন্মিলনৰ চমু ইতিবৃত্ত আৰু সংক্ষিপ্ত কাৰ্যাৱলী'*, নীলিমা হাজৰিকাৰ প্ৰবন্ধ *'কাছাৰৰ খিলঞ্জীয়া অসমীয়া গাঁও তাৰাপুৰত এভুমুকি'*, **কুণ্ডিলৰ** প্ৰথম সংখ্যাত (১৯৯৩) ভৱকান্ত চুতীয়াৰ *'আদৰকোনালৈ গৈছিলোঁ'*, **কুণ্ডিলৰ** দ্বিতীয় সংখ্যাত (১৯৯৪) ব্ৰজনাথ বৰদলৈৰ *'অবিভক্ত নগাওঁ জিলাৰ চুতীয়া জাতি'* গয়াৰাম চুতীয়াৰ *'বৰাক উপত্যকাত অসমীয়া গাঁও'* আদি প্ৰকাশ পায়। এই শেহত উল্লেখিত প্ৰবন্ধটোত উক্ত চুতীয়াসকলক মান-ভগনীয়া বুলি কোৱাৰ পৰিবৰ্তে চুতীয়া ৰজাৰ দিনৰ সৈনিক বোলা হৈছে আৰু বাংলাদেশৰ জাপলুং বোলা চুতীয়া গাঁওখনৰো সন্ধান দিয়া হৈছে।

কুণ্ডিলৰ চতুৰ্থ সংখ্যাত (২০০০ চন) কথাশিল্পী ডিম্বেশ্বৰ দয়াল শৰ্মাই জনায় যে ১৯৬৪ চনতে তেওঁ কাছাৰৰ তাৰাপুৰ নামৰ চুতীয়া গাঁওখনত উপস্থিত হৈছিলগৈ যিখন গাঁৱৰ মানুহ তেতিয়াৰ পৰা ছয় পুৰুষ আগতে মানৰ আক্ৰমণত দক্ষিণ নগাঁৱৰ পৰা তালৈ ভাগি গৈছিল। আনহাতে সন্মিলনৰ আন এখন স্মৃতিগ্ৰন্থত দেৱী চুতীয়াই জনৈক

গোলাপ চিপাহী ওৰফে গোলাপ চন্দ্ৰ শইকীয়াৰ উদ্যোগত উঠি আহি মৰাণৰ ওচৰৰ ডিবৈত 'কাকৰনী' নামৰ গাঁও পাতি বহু কাছাৰৰ তাৰাপুৰৰ চুতীয়া অসমীয়াসকলৰ যোগেদি কাছাৰলৈকে পম খেদিছে।(53)

সেই একে বছৰতে সদৌ চুতীয়া জাতি সন্মিলনৰ সাধাৰণ সম্পাদক লক্ষীধৰ বড়াই তেওঁৰ দুবছৰীয়া (১৯৯২-৯৪) সাধাৰণ সম্পাদকৰ প্ৰতিবেদনত 'বৰাক উপত্যকাৰ জাতিসকলৰ লগত প্ৰত্যক্ষ যোগাযোগ স্থাপন আৰু সহযোগিতা লাভ'ক উক্ত দুবছৰীয়া কাৰ্যকালৰ বৃহত্তম সাফল্য বুলি বৰ্ণনা কৰিছে।(54)

শেহতীয়াভাৱে এই সম্পৰ্কত ইছমাইল হুছেইন আৰু পূৰ্ণ বৰাৰ দ্বাৰা সংগৃহীত তথ্য অনুসৰি ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাহিৰৰ চুতীয়া গাঁওবোৰ হ'ল ঃ(55)

### বৰাক উপত্যকা

বৰগোল, ভিতৰগোল, তাৰাপুৰ, কৈয়াজানী, চালিগ্ৰাম, সুদৰ্শনপুৰ, কোনাপুৰ, নাতুৰবন্ধ, গুমড়া, আদৰকোনা, বৰথম, বৰগোল, আলখাৰগোল, মাজেৰগোল, কচাৰীগাঁও, ঘিলাইজান, এংলাবজাৰ, ইলাম, মবাকদমা, দ্বাৰকাপুৰ

### মেঘালয়

ৰঙামাটি, ইচ্ছামাটি, বাঁহতলা

### ত্ৰিপুৰা

কাঞ্চন, কয়লাচল

### বাংলাদেশ

ঘুনিৰবান, বৰিগাওঁ, জাপলুং, লাকৰ পাৰ, বৰভাগ, চৈলাচল, বগাই, তুৰুং, বিজয়পৰোৱা কানাইআগ, (ইছামতি), বৰহম, হিজপুৰ, বাৰপুজি, সাতপুলি, বৰহমপুৰ, জীৱনপুৰ, কৈজাম, বাতৰভাগ, কোনে পাৰ

### ব্ৰহ্মদেশ-ম্যাম্মাৰ

প্ৰায় ১৪ খন (বেথাৰাম দেউৰীৰ তথ্যমতে দেউৰী চুতীয়া গাঁও)(56)

..ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাহিৰত, (লগতে একাংশ অসম তথা ভাৰতৰো বাহিৰত) থকা এই প্ৰায় ৫৭ খন গাঁৱৰ চুতীয়াসকলৰ স্মৃতি অথবা চেতনাই অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ চুতীয়াসকলৰ মানসপটত প্ৰায়ে ভিৰ কৰেহি। তেওঁলোকক ঐতিহাসিকভাৱে বিচ্ছিন্ন কৰি ৰখাৰ কথাটোৱে সৃষ্টি কৰে ক্ষোভৰ, ক্ৰোধৰ।

কুৰি শতিকাৰ শেহলৈকে আন্তৰ্জাতিকভাৱে (ভাৰত, বাংলাদেশ, ম্যানমাৰ) সিঁচৰতি হৈ থকা চুতীয়াসকলৰ প্ৰশ্নটোৱে যে চুতীয়া সংগঠন তথা সম্প্ৰদায়ৰ মনোজগত

আচ্ছন্ন কৰি ৰাখিছিল তাৰ প্ৰমাণ পোৱা যায় ১৯৮৮ চনত ভাৰতৰ প্ৰধান মন্ত্ৰীক সদৌ চুতীয়া জাতি সন্মিলনৰ তৰফৰ পৰা দাখিল কৰা স্মাৰকপত্ৰৰ ২২ নং নিম্নোক্ত দফাটোতঃ

'১৫২৩ চনত চুতীয়া ৰাজ্য আহোমসকলে দখল কৰাৰ পিছত চুতীয়া জাতিয়ে যাতে বিদ্ৰোহ কৰিব নোৱাৰে তাৰ বাবে তেওঁলোকক অসমৰ পাহাৰ ভৈয়ামৰ বিভিন্ন জেগালৈ সৰু সৰু ভাগত ভগাই বাধ্যতামূলকভাৱে স্থানান্তৰিত কৰে। চুতীয়া জাতিৰ জীৱনৰ এই অধ্যায় বৰ কৰুণ আৰু বেদনাদায়ক। ৰাজ্য হেৰোৱাৰ বিড়ম্বনা আৰু ৰাজনৈতিক তাড়নাৰ প্ৰক্ৰিয়া ব্ৰিটিছৰ দিনত, স্বাধীনতাৰ ৪১ বছৰ পিছতো একেভাগেই আছে। বহুতৰ মাজত থাকিও অকলে থকাৰ স্থিতি, সুদূৰ বাংলাদেশ পৰ্যন্ত এই জাতিৰ লোকৰ নিসংগ, বেদনাদায়ক বিসংগতি, আজিৰ দিনৰ গণতান্ত্ৰিক সুবিধা ভোগৰ বাবে কোনো কামত নহা সিঁচৰিত ভৌগলিক অৱস্থিতি এটা ঐতিহ্যমণ্ডিত জাতিৰ অৱক্ষয় আৰু আত্মবিলুপ্তিৰ এই প্ৰক্ৰিয়া নিতান্তই নেতিবাচক ; দেশৰ সকলোৰে বাবে ভয়ানক।'(57)

মন কৰিবলগীয়া যে এই বিক্ষিপ্ত-বিভাজনৰ বিচিত্ৰ বেদনা অসমত চুতীয়াসকলৰ বাহিৰে আৰু মাত্ৰ এটা ভূমিসন্তান-সম্প্ৰদায়ৰহে আছে। সেয়া হ'ল কোচৰাজবংশীসকল। অসম, (ব্ৰহ্মপুত্ৰ আৰু বৰাক), মেঘালয়, পশ্চিমবংগ, বাংলাদেশ, নেপাল আদিত তেওঁলোক আজি ছেদেলিভেদেলি। সেয়েহে **KORAI** (কোচ-ৰাজবংশী ইন্টাৰনেশ্যনেল)ৰ দৰে সংগঠনো তেওঁলোকৰ মাজত গঢ়ি উঠিছে। চুতীয়াসকলৰ ক্ষেত্ৰত তেনে সংগঠন পৰিলক্ষিত নহ'লেও এক বেদনা-বিজড়িত আত্ম-চেতনা পৰিলক্ষিত হয়।

# মুক্তিযুদ্ধৰ বোকোচাত উঠি আহে আত্মচেতনা

মন কৰিবলগীয়া যে চুতীয়াসকলৰ প্ৰথম সংগঠনৰ জন্ম হৈছিল ১৯২৫ চনত, অৰ্থাৎ ১৯২১ চনৰ অসহযোগ আন্দোলনৰ ঠিক পাছতে। চুতীয়া সন্মিলনৰ নেতৃবৃন্দৰ বহুতেই একে সময়তে কংগ্ৰেছ কৰ্মী বা স্বাধীনতা অন্ততঃ স্বাধীনতা আন্দোলনৰ সমৰ্থকো আছিল। বৰং ক'ব পাৰি স্বাধীনতা আন্দোলনৰ জনজোৱাৰৰ বোকোচাত উঠিয়েই এনে সংগঠন (বোৰ)ৰ জন্ম।

চুতীয়া সন্মিলনৰ অন্যতম প্ৰতিষ্ঠাপক ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ বিষয়ে সোণাৰাম চুতীয়া বি.এ.ই লিখিছিলঃ

'স্বৰ্গীয় শইকীয়াদেৱ ভাৰতৰ জাতীয় আন্দোলনৰ মূৰব্বিলিকা নেতা নাছিল। তেখেত গুলি-লাঠিৰো সন্মুখীন হোৱা নাছিল। কাৰাবৰণো তেখেতে গ্ৰহণ কৰা নাছিল। সেইবুলি তেখেত আন্দোলনৰ বিৰোধী নাছিল, বৰং তেখেত জাতীয় আন্দোলনৰ এজন প্ৰকৃত নীৰৱ কৰ্মী আছিল। তেখেতৰ জীৱনৰ কাৰ্যকলাপখিনিয়েই ইয়াৰ ভাল পৰিচয় দিয়ে। তেখেত সৰু কালৰে পৰা বৰ স্বাধীনতা প্ৰিয় আছিল, আৰু কংগ্ৰেছক সৰ্বান্তঃকৰণে সমৰ্থন কৰিছিল। তেখেতে গোলামী মনোবৃত্তিক অকণো অন্তৰত প্ৰশ্ৰয় নিদিছিল আৰু আনকো স্বাধীনভাৱে চলিবলৈ সদায় উপদেশ দিছিল। তেখেতে জীৱনত প্ৰভুত্ব আৰু দৰিদ্ৰতাৰ বিপক্ষে সংগ্ৰাম কৰি আহিছে। এই দুটা ভাৱেই তেখেতৰ অন্তৰত সদায় তোলপাৰ লগাই আহিছিল।'(58)

কিন্তু তাৰ অৰ্থ এইটো নহয় যে চুতীয়া সন্মিলনে আৰম্ভণিৰ পৰাই সাংগঠনিকভাৱে স্বাধীনতা সংগ্ৰামৰ সমৰ্থন কৰি আহিছিল। বৰং আৰম্ভণিৰ ফালে চুতীয়া সন্মিলনে ৰজাঘৰৰ ফালেহে থিয় দিছিল। ১৯২৭ চনত ৰহাত নীলমণি ফুকনৰ সভাপতিত্বত বহা দ্বিতীয় অধিবেশনৰ প্ৰথম প্ৰস্তাৱটোৱেই আছিল ঃ

**'এই সন্মিলনে আমাৰ গভৰ্ণমেণ্টক বিনীতভাৱে ৰাজভক্তি জ্ঞাপন কৰে।'**(59)

সেই অধিবেশনৰ কাৰ্যবিৱৰণীত কোৱা হৈছিল ঃ

'এইহেন উদাৰ নীতিৰ ইংৰাজ ৰাজত্বত যি জাতিয়ে আজিও বিদ্যা শিকি বা আন কোনো প্ৰকাৰে উন্নতিৰ জখলাত উঠিব পৰা নাই সেই জাতি ধিক! সেই জাতি সংসাৰৰ কীট পতংগতকৈও অধম।'(60)

কিন্তু ইংৰাজৰ উদাৰতাৰ ওপৰত এনে অগাধ বিশ্বাস ৰখা সময়তো চুতীয়াসকলৰ দেশপ্ৰেমৰ কোনো অভাৱ ঘটা নাছিল। বিদেশী বস্ত্ৰ বৰ্জন কৰি হাতেৰোৱা কাপোৰ পিন্ধাৰ প্ৰসংগত এই অধিবেশনত ভাং,কানি, চুৰত বৰ্জন কৰিবলৈ কোৱাৰ লগতে গোহাৰি জনোৱা হয় যে ঃ

'ঘৰত সূতা কাটি কাপোৰ বৈ লোৱা আমাৰ দেশৰ নতুন কথা নহয়। আমাৰ দেশৰ পূৰ্বৰ প্ৰথামতে ঘৰে ঘৰে সূতা কাটি কাপোৰ তৈয়াৰ কৰি ল'ব পাৰিলে আমাৰ নিজৰহে উপকাৰ।'(61)

চতুৰ্থ অধিবেশনৰ (১৯২৯) প্ৰথম প্ৰস্তাৱত দেখা যায় যে ঃ

'বৰ্তমান ভাৰতব্যাপী ৰজাঘৰ আৰু প্ৰজা ঘৰৰ ভিতৰত যি অশান্তিৰ খলকনি উঠিছে সি সোনকালে নিৰ্বাপিতহে প্ৰজাৰ মনত আনন্দ দিবৰ নিমিত্তে আজিৰ সন্মিলনে পৰমেশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনাইছে।'(62)

এই প্ৰস্তাৱত পূৰ্বৰ ব্ৰিটিছানুগত্যৰ বিপৰীতে মধ্যমপন্থাৰ প্ৰভাব পৰিস্ফুত। সংগঠনটোৰ মাজত স্বাধীনতা সংগ্ৰামৰ পক্ষে-বিপক্ষে পৰস্পৰ বিৰোধী ভাবে থৌকি বাথৌ লগোৱাৰ উমান পোৱা যায় তলৰ বিৱৰণত ঃ

'মাহামান্য ভাৰত সম্ৰাটৰ আৰোগ্যত আনন্দ প্ৰকাশ কৰা যি প্ৰস্তাৱ গভৰ্ণমেণ্টক জনোৱা হৈছিল, সেইবাবে সন্মিলনওে শলাগ সমিধান পায়, বিদেশী কাপোৰ এৰি পুৰাতনীয়া প্ৰথামতে ঘৰত সূতাকাটি কাপোৰ বৈ লোৱাৰ যি প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল, সি যে কাৰ্যত কিবা সুফল ধৰিছিল বুলি কোনো প্ৰকাৰেই ক'ব নোৱাৰি। দেশব্যাপী এই ভাবৰ, আন্দোলনৰ খলকনি নুঠিলে সাম্প্ৰদায়িক হিচাবে ইয়াক ফলৱতী কৰিব নোৱাৰা স্বাভাৱিক কথা।'(63)

ষষ্ঠ অধিবেশনত (১৯৩৮) প্ৰথম বাৰৰ বাবে মুকলিকৈ চুতীয়া সন্মিলনক ভাৰতীয় জাতীয় কংগ্ৰেছৰ সমৰ্থক বুলি সভাপতিৰ অভিভাষণত ঘোষণা কৰা হয়ঃ

'এই সম্প্ৰদায় কিছুমানক ভাৰতীয় জাতীয় মহাসভাৰ পৰা বিচ্ছিন্ন বুলি এক অৱজ্ঞা আৰু হীন দৃষ্টিৰে চোৱা হৈছে। অন্য সাম্প্ৰদায়িক অনুষ্ঠান হয়তো ভাৰতৰ জাতীয় মহাসভাৰ পৰা আঁতৰি থাকিব পাৰে কিন্তু অসমৰ এই চুতীয়া সন্মিলনৰ কৰ্ম পদ্ধতি সম্পূৰ্ণ কংগ্ৰেছ অনুগামী। চুতীয়া বাইজে কংগ্ৰেছক সমৰ্থন কৰিছে আৰু কংগ্ৰেছৰ নীতি মানি চলিছে। পুৰুষৰ কথা নকওঁ চুতীয়াৰ আইসকলেও স্বাধীনতা আন্দোলনত নিৰ্যাতন ভোগ কৰিছে আৰু দেশৰ বাবে কাৰাবৰণো কৰিছে। তাৰোপৰি ইয়াকো ক'ব লাগিব যে চুতীয়া সন্মিলন কংগ্ৰেছ নীতি অনুগামী নোহোৱা মানে আমি নিজকেহে জহৰা বুলি চিনাকি দিয়াৰ দৰে হ'ব। ভাৰতৰ জাতীয় জীৱনৰ ভবিষ্যত কংগ্ৰেছেই কৰিব লগীয়া হৈছে, এনেস্থলত চুতীয়াসকলে যদি কংগ্ৰেছৰ পৰা পৃথক অনুষ্ঠানৰ সৃষ্টি কৰিবলৈ যায় আমাৰ নিজত্ব সম্পূৰ্ণ ছিন্ন হৈ যোৱাটো স্বাভাৱিক হৈ পৰিব। আমি জাতি হিচাবে ভাৰতীয়হে। এই সম্প্ৰদায় বিলাক জাতীয় বৃক্ষৰ শাখা মাত্ৰ। বৃক্ষৰ মূল ছেদন কৰিলে শাখাৰ যি অৱস্থা হ'ব, ঠিক সম্প্ৰদায়বিলাকেও জাতীয় সভাৰ মূলৰ পৰা পৃথক হৈ গ'লে তেনে অৱস্থাই হ'ব।'(64)

ইয়াৰ পাছত ১৯৪৬ চনত অৰ্থাৎ স্বাধীনতাৰ ঠিক প্ৰাকমুহূৰ্তত চুতীয়া সন্মিলনে গ্ৰহণ কৰা এই প্ৰস্তাৱক স্বাধীনতাৰ বাবে প্ৰকাশ্য উদাত্ত আহ্বান বুলি ক'ব পাৰি ঃ

'২ য় প্ৰস্তাৱ ঃ পৃথিবীৰ এক পঞ্চমাংশ ৪০ কোটি ভাৰত বাসীৰ সামাজিক, আৰ্থিক, ৰাজনৈতিক আদি ক্ষেত্ৰত পৰিপুষ্টি সাধনৰ বাবে বৈদেশিক শাসন আৰু শোষণৰ পৰা মুক্ত কৰি ভাৰতবাসীৰ জীৱন ধাৰণৰ মানদণ্ড উন্নয়ন কৰিবৰ কাৰণে আৰু আগত প্ৰলয়ংকৰ দুৰ্ভিক্ষৰ পৰা এই বিৰাট জনগণক ৰক্ষা কৰিবৰ নিমিত্তে কংগ্ৰেছ মহাসভাৰ ভাৰত ত্যাগ (Quit India) প্ৰস্তাৱ আজিৰ সভাই সমৰ্থন কৰে।(65)

মন কৰিবলগীয়া যে স্বাধীনতা আন্দোলনৰ লগত একান্তভাৱে জড়িত থকাৰ বাবেই পীড়াকটাৰ ৰাইজে অধিবেশনখন পাতিব নুখুজিছিলঃ

'১৯২১চনত স্বৰাজ আন্দোলনত অসমৰ গাঁৱে ভূঞে জুই জ্বলি উঠিছিল। পীড়াকটা অঞ্চলৰ সেই বায়ত সভাৰ সকলো সদস্যই চাৰি অনাকৈ যৰগুনি দি কংগ্ৰেছৰ ভলণ্টিয়াৰ হৈ জিলাৰ উপায়ুক্তৰ সন্মুখত জয় মহাত্মাগান্ধী জয় দি দেশী চিপাহীৰ বেতৰ কোব খাইছিল।' সেয়েহে ১৯২৪ চনত হেমধৰ পাত্ৰবৰাই আদিৰাম শইকীয়াক লগত লৈ অসম কংগ্ৰেছৰ লগতে সুৰ মিলাই পীড়াকটাত চুতীয়া সন্মিলনৰ অধিবেশন পাতিব খুজিলত 'পীড়াকটাৰ বাইজে স্বৰাজ আন্দোলন হৈ থকাৰ কাৰণে সঁহাৰি নজনালে। যিহেতু দেশ স্বাধীন হ'লে চুতীয়া জাতিৰ লোকসকলেও সকলো সা-সুবিধা পাব। সেইবাবে চুতীয়া সন্মিলনৰ আৱশ্যক নাই। এই সাতমেধিৰ ৰায়।'(66)

স্বাধীনতাৰ পৰা এনে পৰম প্ৰত্যাশাৰেই চুতীয়াসকলে ১৯৫৬ চন পৰ্যন্ত চুতীয়া সন্মিলনৰ কাম-কাজো স্থগিত ৰাখিছিল। যথা ঃ

'... ভাৰতবাসীৰ পৰম সৌভাগ্যক্ৰমে ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে দেশে স্বাধীনতা লাভ কৰাৰ পাছত এনে অনুষ্ঠান বিলাকৰ আৱশ্যকতা নহ'ব বুলিয়ে স্বাধীন নাগৰিকসকলৰ বহুতৰ ধাৰণা হৈছিল। এনে আশাৰ মাজেদি ১৯৫০চনৰ পৰা ১৯৫৬ চন পৰ্যন্ত সন্মিলনৰে কাৰ্যকাৰিতা প্ৰায় নীৰব হৈ আছিল।(67)

১৯৬৮ চনৰ অধিবেশনত সভাপতিৰূপে লক্ষীনাথ শইকীয়াই দিয়া ভাষণত এহাতে স্বাধীনতা আন্দোলনে চুতীয়াসকলৰ মাজত নিজৰ 'জাতীয়' পৰিচিতি সম্পৰ্কে অনা চেতনা আৰু আনহাতে স্বাধীনতাৰ দুই দশক পাছত হোৱা মোহভংগ, দুয়োটাই স্পষ্টকৈ ফুটি উঠিছে ঃ

'জাতিৰ পিতা গান্ধীৰ নেতৃত্বত গঢ়ি উঠিল এক বিৰাট জাতীয় আন্দোলন। ... এই জাতীয় আন্দোলনৰ জুই অসমতো জ্বলি উঠিল। ... অসমৰ চুতীয়া জাতিয়েও নিজ শক্তি অনুযায়ী এই আন্দোলনত জঁপিয়াই পৰিল। .. চুতীয়া জাতিৰো চেতনা আহিল যে তেওঁলোকৰ হেৰোৱা জাতীয় মান সন্মান, গৌৰব আৰু স্বাধীনতা এই জাতীয় আন্দোলনৰ যোগেদি ঘূৰাই আনিব পাৰিব। অৰ্থাৎ সংখ্যালঘু সম্প্ৰদায় হিচাপে থকা আমাৰ অভাৱ-অবিযোগ, দুখ-কষ্ট অবহেলা আৰু অবজ্ঞাৰ ওৰ পৰিব। জাতীয় সন্মানৰ সমান ভাগী হ'ম। মানুহ হিচাপে, সমাজ হিচাপে, আগবাঢ়ি গৈ অসমীয়া জাতি বা বিৰাট ভাৰতীয় জাতি গঢ়ি তোলাত কেকেটুৱাৰ বাঁহপাতৰ ভেটিৰ দৰে আমিও সহায় কৰিব পাৰিম। আমাৰ আশা আছিল, ঐক্যৰ ভেটিত আমাৰ দেশৰ প্ৰকৃত গণতন্ত্ৰ ৰচনা হ'ব। .. এয়ে স্বাধীনতা আৰু গণতান্ত্ৰিক ৰাষ্ট্ৰৰ সৰ্বপ্ৰধান লক্ষ্য নহয় জানো?

এইবুলি কৈ উঠিও সভাপতিজনে ক'ব লগা হয় ঃ

'অপ্ৰিয় হ'লেও দৃঢ়তাৰে ক'ব লাগিব- আমাৰ সকলো ফালে পিছপৰা এই ঐতিহ্যপূৰ্ণ চুতীয়া সম্প্ৰদায়ে গণতন্ত্ৰৰ ভেটিত প্ৰতিষ্ঠা হোৱা জাতীয় চৰকাৰৰ তলত নিজকে বিকাশ কৰিবলৈ লেখত ল'বলগীয়া একো সুবিধা পোৱা নাই। যেতিয়ালৈকে

দেশৰ এচাম বা এটা সম্প্ৰদায়ৰ মানুহ আন এটা সম্প্ৰদায়ৰ প্ৰত্যক্ষ বা পৰোক্ষ শোষণ বা শাসনৰ তলত চেপা খাই পেপুৱা লাগি থাকিব লাগে, সেই দেশ কেতিয়াও গণতান্ত্ৰিক ভেটিত জাতীয় চৰকাৰ প্ৰতিষ্ঠা হ'লেও সুস্থ-সবল নহয়।'(৩৪)

দেখা যায় ভ্ৰমৰচন্দ্ৰ শইকীয়া, ঈন্দ্ৰেশ্বৰ চুতীয়া, সোণাৰাম চুতীয়া, লক্ষীনাথ শইকীয়া, গোলোক চন্দ্ৰ বড়া, কমল চুতীয়া আদি বহু নেতাই চুতীয়া সন্মিলনৰ নেতৃত্ব বহন কৰি থকা সময়ত সমান্তৰালভাৱে কংগ্ৰেছ তথা স্বাধীনতা আন্দোলনৰো কৰ্মী বা সমৰ্থক আছিল। তেওঁলোকৰ ক্ষেত্ৰত হয় স্বাধীনতাৰ চেতনাই আপোন সম্প্ৰদায়ৰ ন্যায্য প্ৰাপ্ত প্ৰাপ্তিৰ আশা ৰঙাই তুলিছিল অথবা সেই আশাই তেওঁলোকক স্বাধীনতাৰ বাবে সৰ্বস্ব পণ কৰিবলৈও উদগাইছিল। দুয়োটা কথাই পৰস্পৰৰ পৰিপূৰক আৰু দুয়ো ক্ষেত্ৰতে স্বাধীনতাৰ চেতনাই জনগোষ্ঠীগত আত্ম চেতনাক প্ৰত্যক্ষ বা পৰোক্ষভাৱে পৰিপুষ্টি দিয়াৰ আভাস পোৱা যায়।

# চুতীয়া জাতি ঃ সংগঠন গঠনৰ প্ৰথম চনদ

এনে এক পৰিস্থিতিতে চুতীয়া সম্প্ৰদায়ৰ অন্যতম অগ্ৰণী ব্যক্তি কৰ্মক্ষম যোৰহাট জিলাৰ জাঁজী চুড়ামণি গাঁৱৰ শিক্ষক-সাহিত্যিক-সমাজকৰ্মী ভ্ৰমৰ চন্দ্ৰ শইকীয়াই **'চুতীয়া জাতি'** নামৰ এখনি পুস্তিকা যুগুত কৰি ছপাই উলিয়াই যথাসাধ্য ব্যাপক প্ৰচাৰৰ ব্যৱস্থা কৰে। ১৯২২ চনতে (১৮৪৪ শক) ভায়েক দয়াৰাম শইকীয়াৰ দ্বাৰা প্ৰকাশিত এই ঐতিহাসিক পুথিখনৰ পাতনিতে লেখকে কয়ঃ

'ভাৰতত আজি নতুন যুগৰ সূচনা বুলিব পাৰি। হিন্দু-মুছলমান মিলি-জুলি পৰস্পৰে সহানুভূতি দেখুৱাইছে। ভাৰতবাসীয়ে মুঠ বান্ধি কৰ্তব্য কৰিবলৈ ওলাইছে। সেই ভাৰতৰে ক্ষুদ্ৰ অংগ আসামেও ক্ষুদ্ৰ শক্তি প্ৰয়োগ কৰিবলৈকো পাছহোঁহকা নাই। কাৰণবশতঃ ক্ষীণা বা দীনা দেখিলেও আসাম মাতৃ কেতিয়াও বা হীনা বা দুৰ্বলা নহয়। অসমৰ সৌন্দৰ্য্য, অসমৰ ঐশ্বৰ্য, অসমৰ কীৰ্তি, অসমৰ স্মৃতি অতি চমৎকাৰ। এই বিলাকেই ভৱিষ্যতলৈ সজুলি, খোপনি সাহ, পিত, আদৰ্শ আৰু উদগনি।'

চুতীয়াসকলৰ মাজত সেই সময়ত বিৰাজ কৰা শোচনীয় পৰিস্থিতি চিৰকলীয়া নহয় বুলি বুজনি দি এই আদি ইস্তাহাৰত কোৱা হৈছিলঃ

'ৰজা কাৰেঙো এৰাপৰলিয়া হয়।... এটা জাতি বা এখন দেশো সদায় একে হৈ নিটিকে। উঠন-পতন প্ৰকৃতিৰ নিয়ম। খৰি ভাবি ৰজা হোৱা, ৰজাই মাগি খোৱা, বিচূৰ্তি হ'ব লগা কথা নহয়। এসময়ত শীৰ্ষস্থানীয়, জ্ঞান বিক্ৰমেৰে প্ৰশংসিত জাতিৰো অধঃপতন হোৱা, নিজক চিনি নোপোৱা, গৰিহণা খোৱা একো আচৰিত নহয়। বোৱতী নৈৰ গতিৰোধ

হ'লে গন্ধিয়ৰি হয় দেখা কথা।'

চুতীয়াসকল আৰ্য নে অনাৰ্য, ক্ষত্ৰিয় নে নহয়, সেই বিষয়েও আলোকপাত কৰি এই ইস্তাহাৰত বিচক্ষণ ভাৱে কোৱা হয়ঃ

'কোনোৱে বিদ্ৰূপ কৰি এনেকৈও ক'ব পাৰে যে চুতীয়া জাতিটো ক্ষত্ৰিয়হে তাতকৈ ওপৰৰ নহয়নে? তাৰ উত্তৰত আমি ইয়াকে কওঁ ঃ উপবীত গ্ৰহণ কৰা নকৰা, বৈবাহিক সম্বন্ধৰ নিৰ্ণয় ব্ৰহ্মাৰ বাহুৰ পৰা হোৱা- নোহোৱা আৰু অতীজৰ ক্ষত্ৰিয় আৰ্যৰ সতি সন্ততি বা ৰীতি-নীতি আদিৰ কথালৈ নগৈ থুলমূলকৈ ইয়াকে জনাওঁ যে, সাহিয়াল আৰু যুঁজাৰু যি ফৈদ, যাৰ নায়ক ৰজা, সেই ক্ষত্ৰিয় শক্তি-বিশিষ্ট, ক্ষত্ৰিয় শৌৰ্য্য বীৰ্য্যৰে চুতীয়া সম্প্ৰদায়ও এসময়ত গঠিত আছিল। উত্তম মধ্যম বা জাতকুল বিচাৰ কৰিবলৈ যোৱাটো আমাৰ প্ৰধান লক্ষ্য নহয়। আলাই এথানিকৈ সিঁচৰিত হৈ থকা অধঃপতনে যোৱা পিচ পৰি থকা চুতীয়া জাতিটো পেপুৱা নহৈ আন আন সম্প্ৰদায়ৰ লগত টনকিয়াল হৈ আগুৱাবলৈ এই জাতীয় জাগৰণৰ যুগত চেতনা বিয়পোৱাহে আমাৰ ঘাই ইচ্ছা।'

অসমীয়া জাতি সত্বা আৰু চুতীয়া গোষ্ঠী সত্বাৰ মাজত যি আপাত-বিৰোধিতা আছে তাক সমাধান কৰাৰ প্ৰচেষ্টাৰে চুতীয়া সম্প্ৰদায়ৰ এই অগ্ৰদূত জনে কৈছিল,

'কোনো কোনো কৰ্মবীৰে ক'ব পাৰে যে আমি গোটেই অসমীয়াই এক জাতিৰূপে আগুৱাবলৈ চেষ্টা কৰোঁ, এওঁলোকে আকৌ ভাগ ভাগ হয়। কিন্তু আমাৰ উদ্দেশ্য ভাগ ভাগ হোৱাটো নহয়। .. আমি অকল চুতীয়া মানুহকে নহয়, সমুহ অসমীয়া ৰাইজক আমাৰ নিমিত্তে ভৰষা ৰাখি এই ক্ষুদ্ৰ শৰাই আগবঢ়াইছোঁ... ।'(৬৭)

# সংগঠনৰ মধ্যমণি ভ্ৰমৰচন্দ্ৰ শইকীয়া

## বন-বোন্দা বৃত্তান্ত

.....'মানুহৰ ঘৰত থকা পোহনীয়া বোন্দা মেকুৰীবোৰৰ হেনো দাড়ি দীঘল হ'লে সি হাবিলৈ গৈ বন-বোন্দা হয়গৈ। সেইদৰেই চুতীয়া সমাজৰ ভিতৰত কোনো কোনোৱে অলপ মূৰ জিলিকা হ'লেই আন জাতিৰ ছোৱালী বিয়া কৰাই নিজক চুতীয়া জাতিৰ মানুহ বুলিবলৈ লাজ পায়। এনে লোক আমাৰ সমাজত কিয় ওলাইছে? তালৈ আপোনালোকে টং কৰিছেনে? আন জাতিৰ লগত সম্বন্ধ কৰাত আমি আপত্তি কৰা নাই। তেওঁ যে প্ৰকৃত চুতীয়া বুলি চিনাকি দিবলৈ বেয়া পায়, চুতীয়া সমাজৰ নামকে শুনিব নোখোজে, ইহে দুখৰ কথা। শিক্ষিত চুতীয়া ডেকায়ে যদি নিজৰ সমাজক এনে বেয়া ভাবেৰে ভাবিছে, আনৰ কথা আৰু কি ক'ব লাগিছে। যাক জনা-বুজা বুলি ধৰা হয়, তেওঁৰ তেনে ভাব হ'লে আন নজনা-নুবুজালৈ আৰু থাকিব কি? .....' ..... গভীৰ আক্ষেপেৰে সৈতে উক্ত কথাখিনি কৈছিল আসাম চুতীয়া সন্মিলনৰ অন্যতম প্ৰতিষ্ঠাপক ভ্ৰমৰ চন্দ্ৰ শইকীয়াই।

সেই সময়ত অসমৰ চুতীয়া জনসংখ্যা ৯৬,০০৪ জন বুলি দেখুৱাই শইকীয়াই কৈছিল, ' অত হেজাৰ মানুহৰ ভিতৰত চুতীয়া বুলি চিনাকি দিবলৈ লাজ নকৰা এজন মাথোন বিশ্ববিদ্যালয়ৰ উপাধি পোৱা লোক। পিয়ল কাকতৰ মতে, এই জাতিৰ শিক্ষাৰ হিচাপ এই ঃ মুঠ ৯৬,০০৪ জন লোকৰ ভিতৰত ৬৯৯৮ জন লোকে মাথোন লিখা-পঢ়া জানে। তাৰে ভিতৰত মতা ৬৭৮২ জন আৰু তিৰোতা ২১৬ গৰাকী। (ইংৰাজী জানে ৮৮৮ জনে মাথোন; মতা ৮৭৯ জন আৰু তিৰোতা ৯ গৰাকী। মুঠ লোক সংখ্যাৰ ১/১৪ মানুহে মাথোন লিখা পঢ়া জানে। এই হিচাপত কোনোমতে চহীটো কৰিব পৰা আৰু আখৰ চিনি পোৱা লোককো ধৰা হৈছে।'(70)

চুতীয়া সম্প্ৰদায়ৰ পশ্চাৎপদতাৰ বাবে (১) কু-ৰীতি, কু-আচাৰ আৰু অন্ধবিশ্বাস, (২) চুৰট, ভাং, কানি, মদৰ প্ৰচলন, (৩) এটা খেলে আনটো খেলক হঁহা বা নিন্দোৱা, (৪) ধৰ্মীয় দিশ 'সেই কেইঘৰ অমুকৰ সেৱক, এইকেইঘৰ তমুকৰ ভকত' বুলি আঁহফলাফলিক দায়ী কৰি তেখেতে কৈছিল, 'এনেবিলাক ফাল এফাল থৈয়া থৈয়াত যি সমাজ মজিব লাগিছে যি সমাজত অহৰহ আগ-পাত, আগ-ভাগাত টনা-আঁজোৰা, পাটীঢৰা, বৰচক লৈ ফেৰিয়াফেৰি, চেলেংখনিয়া কাপোৰৰ মান লৈ তৰ্কাতৰ্কি, কপটাকপটি, থুৰিয়া তামোল পোৱা-নোপোৱাক লৈ কন্দল, খিয়লাখিয়লি, সেই সমাজেনো এইবোৰ নেৰিলে উদ্গতি সতকাই কৰে কেনেকৈ।'

# সোণাৰাম চুতীয়াৰ দৃষ্টিত ভ্ৰমৰ চন্দ্ৰ শইকীয়া

এনে এক চৰম হতাশাজনক পৰিস্থিতিতে চুতীয়া সন্মিলন গঠন কৰাত শইকীয়াৰ ভূমিকাৰ বিষয়ে তেখেতৰ জীৱনীকাৰ, বিশিষ্ট শিক্ষাবিদ সোণাৰাম চুতীয়াই এনেকৈ লিখিছে ঃ'স্বৰ্গীয় শইকীয়াদেৱৰ জীৱনৰ আৰু এটা মহৎ কাম হৈছে সদৌ অসম চুতীয়া সন্মিলনী। আহোম ৰজাই চুতীয়া ৰাজ্য জয় কৰাৰ পাছত চুতীয়া সম্প্ৰদায়ৰ মানুহবিলাক দিহিঙে-দিপাঙে ঘৰ ঘৰ হয়। তেতিয়াৰ পৰা এই সম্প্ৰদায়টোৰ একেবাৰে কঁকাল ভাগিল। আৰ্থিক, সামাজিক আদি সকলো বিষয়তে পিছপৰি তেওঁবিলাকৰ অস্তিত্ব লুপ্তপ্ৰায় হ'ল। কোনোৱে কাকো চিনি নোপোৱা অৱস্থাত পৰিল। স্বৰ্গীয় শইকীয়াদেৱে অসমৰ চুকে-কোণে পৰ্বতে-ভৈয়ামে পৰি থকা এই চুতীয়া সম্প্ৰদায়ৰ মানুহবিলাক গোটাই চুতীয়া সন্মিলন স্থাপন কৰিলে। তেখেতেই এই সন্মিলনীৰ প্ৰাণদাতা আৰু প্ৰতিষ্ঠাপক। ইয়াৰ কাৰণে তেখেতে বহুত যত্ন আৰু কষ্ট স্বীকাৰ কৰিব লগাত পৰিছিল। আনকি নিজৰ জেপৰ পাই-পইচাও খৰচ কৰি টলৌটলৌকে ঘূৰি ফুৰি এই সন্মিলনীৰ যোগেদি গোটেই অসমত ছেদেলি ভেদেলি হৈ পৰি থকা চুতীয়া সম্প্ৰদায়ৰ লোকসকলে সন্মিলিত হৈ নিজৰ উন্নতিৰ অৰ্থে যত্নবান হ'বলৈ সুবিধা পায়। এই সন্মিলনখনৰ গইনা লৈয়ে, অসমত

চুতীয়া সম্প্ৰদায়ে উন্নতিৰ পথত কুৰুং-কাৰং কৰিবলৈ সমৰ্থ হৈছে। অকল তেখেতে চুতীয়া সন্মিলন পাতিয়েই ক্ষান্ত থকা নাছিল। নানান ৰকমৰ পুৰণি কথা, বুৰঞ্জী আদি চুতীয়া সম্প্ৰদায়ৰ লুপ্ত গৌৰব, কৃষ্টি-সভ্যতা উদ্ধাৰ কৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল চুতীয়া জাতিৰ অতীত বুৰঞ্জীৰ বিষয়ে তেখেতে ভালেমান প্ৰবন্ধ আৰু কিতাপ লিখে। এইবিলাক এতিয়া অৰ্থৰ অভাৱত অপ্ৰকাশিত হৈ আলমাৰিৰ এচুকত পৰি আছে। তেখেতৰ অমূল্য দানৰ বাবে আজি অসমৰ চুতীয়া জাতি স্বৰ্গীয় শইকীয়াদেৱৰ ওচৰত কৃতজ্ঞ। তেখেত আজি আমাৰ মাজত নাইকিয়া, কিন্তু তেখেতৰ ত্যাগ আৰু যত্নৰ মহান আদৰ্শ চুতীয়া সম্প্ৰদায়ৰ প্ৰাণে প্ৰাণে আছে। ভ্ৰমৰ চন্দ্ৰ শইকীয়াদেৱৰ স্থান পূৰাব পৰা দ্বিতীয়জন লোক চুতীয়া সম্প্ৰদায়ৰ মাজত ওলাব নে নোলায়, সি সন্দেহৰ কথা। স্বৰ্গীয় শইকীয়াদেও চুতীয়া সম্প্ৰদায়ৰ ভীষ্মতুল্য আছিল।'(71)

# ভাল চুতীয়া হৈও হ'ব পাৰি ভাল অসমীয়া

কিন্তু এই ক্ষেত্ৰত এই বুলি ভাবিলে ভুল কৰা হ'ব যে ভ্ৰমৰ চন্দ্ৰ শইকীয়া কেৱল এজন ভাল চুতীয়াই আছিল; বৰং তেওঁ আছিল এজন ভাল অসমীয়াও। (পদ্মনাথ গোহাঞিবৰুৱাই নিজকে 'চাৰিঅনা আহোম, বাৰ অনা অসমীয়া' বুলি কোৱা কথালৈ মনত পেলাওক)। শইকীয়াৰ বাবেও চুতীয়া আৰু অসমীয়া পৰিচিতিৰ মাজত কোনো সংঘাত নাছিল। সেই আন্তঃসম্পৰ্কৰ ব্যাখ্যা কৰি ১৯২৯ চনতে তেখেতে কৈছিল ঃ "দুই-এক লোকে সহজভাৱে কোৱা শুনা যায় ঃ আজিকালি ঠায়ে ঠায়ে ভাগে ভাগে বিশেষকৈ সাম্প্ৰদায়িকভাৱে (অৰ্থাৎ জাতে জাতে বা ফৈদে ফৈদে) হোৱা সভা-সমিতিবিলাকে মানুহৰ মনত ঠেক আৰু আঁহফলা ভাব প্ৰচাৰ কৰিছে। ইয়াৰ পৰা আমাৰ জাতীয়তা গঠনত ব্যাঘাত হ'ব পাৰে। তাৰ উত্তৰত আমি ক'ব খোজোঁ — সৰু আৰু মহৎ উদ্দেশ্য লৈ কাৰ্যক্ষেত্ৰত লাগিব জানিলে আৰু পাৰিলে লক্ষ্য স্থান নিমিলাকৈ থাকিব নোৱাৰে। সকলো নদ-নদীয়ে সাগৰলৈহে গতি কৰে। মুখ, মূৰ, বুকু, পিঠি, হাত-ভৰি আদি শৰীৰৰ প্ৰত্যেকছোৱাৰ তত্বাৱধান ল'বলৈ চোৱা যেনে, গোটেই শৰীৰটোৰ তত্বাৱধান লোৱাও তেনে।.... অসমৰ প্ৰত্যেক সম্প্ৰদায়ে নিজে নিজে চেষ্টা কৰি আগ বাঢ়িব পাৰিলে গোটেই অসমীয়া জাতি আগ বঢ়া হ'ব। আসাম চুতীয়া সন্মিলনে এনেভাৱে চলিব লাগিব, প্ৰথম সদৌ চুতীয়া লোকসকলৰ মাজত ভাতৃ-ভাব স্থাপন কৰি একতাৰ বলত টনকিয়াল হ'বলৈ যোৱাৰ পাছতে গোটেই অসমীয়া লোকসকলৰ ভিতৰতো যাতে, সুহৃদ ভাব হয় আৰু সকলোৱে আপুৱাব পৰা হয়, তালৈকো আমি কেতিয়াও পাহৰিব নালাগে। কাৰো লগত কদাপিও যেন বিৰোধ ভাব স্থাপন নহয়, এই কথাত সদায় লাগি থাকিব লাগিব।"(72)

# সাহিত্যৰ সাধক

ভ্ৰমৰ চন্দ্ৰ শইকীয়া যে এজন ভাল অসমীয়া আছিল, তাৰ ভুৰি ভুৰি প্ৰমাণ পোৱা যায়। তেখেতৰ জীৱনজোৰা অসমীয়া সাহিত্য-সাধনাত। ১৯৩৭ চনতে ৰচিত তেখেতৰ 'পানীন্দ্ৰ গগৈ' নামৰ পুথিখনে অসম সাহিত্য সভাৰ 'কমলাদেৱী ট্ৰাষ্ট ফাণ্ড'ৰ পুৰস্কাৰ লাভ কৰিছিল। অপূৰ্ব সৰল কিন্তু মায়াময় অসমীয়াত প্ৰথমছোৱাৰ অসমীয়া শিক্ষকজনৰ বিষয়ে লিখিবলৈ লৈ কোৱা হৈছিল, —" জীয়াই থকাই জীৱনী নহয়। সংসাৰত বহুতদিন জীয়াই থাকি কেৱল দীৰ্ঘজীৱী হ'লেই জীৱনীৰ মূল্য নাবাঢ়ে। সংসাৰত কোনো প্ৰকাৰে থকাই কথা নহয়। অকল সময়ৰ লেখ কামত নাহে, লাগতিয়াল কামৰ সময়খিনিহে হিচাপৰ ভিতৰলৈ আহে। সজ বংশত, বিখ্যাত পৰিয়ালত কিম্বা ধনী-মানীৰ ঘৰত জন্ম নোহোৱা সাধাৰণ দুখীয়া, নিছলাৰ ঘৰত ওপজা কোনো লোকো লেখৰ বা আদৰ্শৰ হ'ব পাৰে।... স্বৰ্গীয় পানীন্দ্ৰ নাথ গগৈ আমাৰ দেশৰ এজন লেখৰ লোক আছিল। তেওঁ দুখীয়া অৱস্থাৰ গাঁৱলীয়া জীৱনত ডাঙৰ-দীঘল হৈ সাহ আৰু ধৈৰ্যক সাৰোগত কৰি বহল ভাব আৰু উচ্চ চিন্তাক আঁকোৱালি ধৰি জীৱনৰ সুখ্যাতি আৰু সুকীৰ্ত্তি থৈ গৈছে।"(73)

কোৱা বাহুল্য যে **'ল'ৰাশিক্ষা আগছোৱা', 'ল'ৰাশিক্ষা মাজছোৱা', গণনাৰ আদিপুথি', 'অসমীয়া ল'ৰা ভূগোল', 'পঢ়াশলীয়া পাটীগণিত', 'সাহিত্য সংগ্ৰহ'** আদিৰ প্ৰণেতা পানীন্দ্ৰ গগৈৰ দৰে ভ্ৰমৰ চন্দ্ৰ শইকীয়াও আছিল এজন নিষ্ঠাবান, সফল শিক্ষক। এতেকে গগৈৰ জীৱনীৰ বহু কথা তেওঁৰ ক্ষেত্ৰতো খাটে।

# সংস্কৃতিৰ পূজক

প্ৰসন্ন কুমাৰ ফুকনে তেখেতৰ **'অসমৰ সম্বাদপত্ৰৰ সমীক্ষাত্মক অধ্যয়ন'** গ্ৰন্থত ভ্ৰমৰ চন্দ্ৰ শইকীয়াই **'আৱাহন'** আলোচনীত নিয়মিয়া লিখিছিল বুলি জনাইছে। আন এটা তথ্য অনুসৰি তেখেত আছিল **'ৰংঘৰদেচিলা'** আলোচনীৰো লেখক। আনহাতে ১৯৪০ চনৰে **'সাহিত্য ৰত্নাৱলী'** (প্ৰথম ভাগ, সম্পাদক ঃ বিনন্দ চন্দ্ৰ বৰুৱা) নামৰ পাঠ্যপুথিখনতো শইকীয়াই লিখা 'মানুহৰ পৰিচয়' শীৰ্ষক পাঠটি পঢ়িবলৈ পোৱা যায়)। শইকীয়াই **'চুতীয়া জাতি'** (১৯২২) ৰ উপৰি **'সাধনী বাণী'** আদি গ্ৰন্থও লিখিছিল। ছাত্ৰ অৱস্থাতে তেখেতে লিখি ছপাই উলিয়াইছিল 'বালি বধ' নামৰ পদ্যপুথি এখন। তেখেতে "খালে -ডোঙে, বতানিয়ে বকৰাণিয়ে, বাটে-পথে আৰু ধোঁৱা চাঙত, পানী চাঙত পৰি থকা অসমীয়া ভাষাৰ কৌটিকলীয়া সম্পত্তিবিলাক উদ্ধাৰ কৰিবলৈ সদায়

চেষ্টা কৰিছিল। অসমীয়া পুৰণি সাহিত্য, বন-গীত, বিহু-গীত, আই-নাম, বিয়া-নাম, ধাই-নাম, গল্প, আখ্যান, গাঁৱৰ ডেকা-বুঢ়া-জীয়ৰী আদিৰ মুখৰ পৰা আনি সংগ্ৰহ কৰিছিল। গাওঁ-হাটলৈ ফুৰিবলৈ গ'লে আৰ-তাৰপৰা এইবিলাক কথা লেছেৰী বোটলাদি বুটলি ফুৰিছিল। এটা ফকৰা-যোজনা বা এআষাৰ বন-গীত বা বিহু-গীত তেখেতৰ কাৰণে যেন এচপৰা সোণহে আছিল।.... অকল যে তেখেতে পুৰণি কথাবিলাকক সংগ্ৰহ কৰি ফুৰিছিল, এনে নহয় – নতুন ৰূপ দি আধুনিক সাজে-পাৰে সজাই-পৰাই বন-গীত, বিহু-গীত, আই-নাম, বিজা-নাম আদিও ৰচনা কৰিছিল। খেতিপথাৰ, বোৱা-কটা, স্বাস্থ্য-সম্বন্ধীয় প্ৰবন্ধও তেখেতে লিখিছিল।"(74)

# অসমীয়া আভিধানিকজন

কিন্তু যিটো ভাষিক-সাহিত্যিক অবদানে ভ্ৰমৰ চন্দ্ৰ শইকীয়াক অসমীয়া জাতীয় সাহিত্যৰ অন্যতম দিক্‌পাল ৰূপে চিৰদিন জিলিকাই ৰাখিব, সেয়া হৈছে নিঃসন্দেহে তেখেতৰ **'শব্দমালা'** নামৰ অভিধান প্ৰচেষ্টা। মন কৰিব লগীয়া যে শইকীয়াই আজিৰ পৰা ঠিক নৱৈ বছৰ আগতে, ১৯১৫ চনতে নিজৰ ২৬ বছৰ বয়সতে এই ক্ষুদ্ৰ অভিধানখন (বেণুধৰ শৰ্মাৰ ভাষাত 'অভিধান - টিলিকা') প্ৰকাশ কৰিছিল। ইয়াৰ পৰিবৰ্ধিত দ্বিতীয় সংস্কৰণটো প্ৰকাশ কৰিছিল তেখেতৰ মৃত্যুৰ পাছত ১৯৫৮ চনত, তেখেতৰ সুযোগ্য পুত্ৰ মোহনৰাম শইকীয়াই। 'হেমকোষ' অভিধানেও সামৰি নোলোৱা বহুবোৰ আটকধুনীয়া শব্দ আমাক উপহাৰ দিয়া এইখন শব্দমালাৰ পাতনিতে শইকীয়াই লিখিছিল, –"শব্দ ভাষাৰ ভেটি। অকল ভেটিয়েই নহয়, খুঁটা, চতি, ৰুৱা, মাৰলি, বেৰ, ছাল, কোবা, গাধৈ, খেৰ, বেত আদি আহিলাৰ শৃংখলিত মিলনত ঘৰ নিৰ্মাণ হৈ উঠাৰ দৰেই শব্দৰ সংযোগত ভাষা গঠিত হয়। শব্দৰ প্ৰয়োগ বাছনিয়ে ভাষা সুগঠিত আৰু সুগঢ়িত কৰি তোলে। পাকৈত বাঢ়েয়ে পৰিপাটীকৈ নানান ধৰণৰ চকুত লগা ঘৰ সাঁজি দিব পাৰে। জনা-বুজা লেখকেও ভাষাৰ আশ্ৰয় লৈ ৰসাল আৰু তৃপ্তিকৰ সাহিত্য প্ৰকাশ কৰি মাতৃভাষাৰ হিত সাধন কৰে।"(75)

ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ এই আভিধানিক- প্ৰতিভা যে- আন্তৰ্জাতিক খ্যাতি সম্পন্ন পণ্ডিত কৃষ্ণকান্ত সন্দিকৈৰ দ্বাৰাও স্বীকৃত আছিল তাৰ প্ৰমাণ পোৱা যায় শইকীয়া-পুত্ৰ ললিত ৰাম শইকীয়াৰ এই স্মৃতি চাৰণত ঃ

পণ্ডিত প্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈ জাঁজী হাঁহচৰা চেতিয়া গাৱঁতে ওপজা আৰু পিতাদেউৰ সৈতে অতি ওচৰ-চুবুৰীয়া হোৱাত, বিশেষকৈ শিক্ষা আহৰণ আৰু বিস্তাৰৰ ক্ষেত্ৰত দুয়ো একে পথৰে পথিক আৰু একে ভাৱৰে ভাবুক হোৱাত ইজনে সিজনক জানিব-বুজিব পাৰিছিল। তেখেতৰ **শব্দমালা** পঢ়ি অসমীয়া ভাষাৰ প্ৰতি তাত্ত্বিক বুৎপত্তি

আৰু পাণ্ডিত্য থকাৰ কথা সন্দিকৈয়ে বুজিব পাৰিছিল। সন্দিকৈ দেৱৰ দেউতাক দানবীৰ ৰাধা কান্ত সন্দিকৈয়ে তেখেতৰ মাজু পুত্ৰ অকালতে স্বৰ্গীয় হোৱা চন্দ্ৰকান্ত সন্দিকৈৰ স্মৃতিত চন্দ্ৰ কান্ত অভিধান সংকলন কৰিবলৈ অসম সাহিত্য সভাক ত্ৰিশ হাজাৰ টকা দান আগবঢ়াইছিল। কৃষ্ণকান্ত সন্দিকৈদেৱে এই অভিধান সংকলনৰ কাৰণে পিতাদেউকে উপযুক্ত ব্যক্তি হ'ব বুলি মনস্থ কৰি সন্দিকৈৰ স্থায়ী যোৰহাট বাস ভৱনলৈ মাতি নি এই দায়িত্ব বহন কৰিবলৈ অনুৰোধ কৰিছিল। যোৰহাটত থাকি নিজৰ কৰ্ত্তব্যত বহু দিশৰ পৰা ব্যাঘাত পৰিবলবুলি অপাৰগতা প্ৰকাশ কৰি যোৰহাটস্থ তেনে কোনো ব্যক্তিৰ দ্বাৰা সেই কামৰ সম্পাদনাৰ কাম কৰিবলৈ পৰামৰ্শ আগবঢ়াইছিল। চন্দ্ৰ কান্ত অভিধানৰ প্ৰথম তাঙৰণ প্ৰকাশ হৈ ওলোৱাৰ পাছত কিছুমান শব্দৰ অৰ্থ প্ৰকাশত আপত্তিজনক হোৱা বুলি ৰাজহুৱা প্ৰতিবাদ হোৱাত সেই শব্দৰ ওপৰত শুদ্ধ পত্ৰৰ তাপলি মাৰিব লগা হোৱাত সন্দিকৈয়ে পিতাদেউলৈ লিখিছিল ঃ 'শ্ৰদ্ধেয় শইকীয়া, চন্দ্ৰকান্ত অভিধানৰ সম্পাদনা বাচনিৰ প্ৰথম ব্যক্তি ব্যৰ্থ হোৱাত তাপলি মৰা কাৰ্যত মই অনুতপ্ত।' পিতাদেৱেও এই চন্দ্ৰকান্ত অভিধানত হেমকোষত নথকা প্ৰায় পাঁচশ মান শব্দৰ অৰ্থ সহ এখন তালিকা প্ৰকাশ কৰিবলৈ পঠাইছিল। শব্দখিনি যথা স্থানত অভিধানত প্ৰকাশ পোৱা সত্বেও চন্দ্ৰকান্তৰ পাতনিত প্ৰাপ্তি স্বীকাৰ আৰু কৃতজ্ঞতা প্ৰকাশ নকৰাত তেখেতৰ দিনলিপিত ক্ষোভ প্ৰকাশ কৰি লিখি ৰাখিছিল আৰু সন্দিকৈকো জনাইছিল। (76)

# শব্দকোষৰ বাবে শব্দভেদী কাঁড়

এইখন অভিধানত শইকীয়াই লুকুমাই, মেমেধু, পুথাও, কটৰীয়া, বিলতীয়া, মাম, হুকুম আদিৰ দৰে আহোম শব্দ; কেটেঙা, লোলোঙা, লেখিয়া, দেই, হাইজা, হজুৱা, কুৰুৱা, মেচেকা, হিলৈ, কঁড়ীয়া ইত্যাদি চুতীয়া শব্দ; খুনবাও, কেলেহুৱা, গেনা, মেৰ, মেথোন, থাপ, সাজি ইত্যাদি নগা শব্দৰ উপৰি আবাটি (কু-পথগামী), আৰকা (আকৌ), আবি (আয়ুস), আটোল (ওপৰ চাং), উভফোল (ওপৰফালে মুখ কৰি থকা), উসমিস (গোলমাল), গেড়ী (আটাহ) ইত্যাদি ভালেখিনি পুৰণি অসমীয়া শব্দ অন্তৰ্ভুক্ত কৰিছে। ইয়াৰ উপমাবোধক শব্দৰ তালিকাত আছে আঁকিমুৰীয়া, কুকুৰ বহন, কাকিনী মৌ, কঁঠাল কঁহীয়া, কোমোৰা বন্ধীয়া, খালৈপেটা, খেৰেজুকলীয়া, বিছানুমীয়া, ভেঁটচকুৱা, ভুৰুকা গলা, গাগিনীপেটা, নুনিচোঁচা আদি আপুৰুগীয়া শব্দ।

শইকীয়াৰ শব্দকোষত বহুবিধ ধানৰ নাম পোৱা হ'ল; যেনে- আহিনা ফুটুকী, কতকতৰা, কানাইমুলুক, কেহজোল শালি, ইহৰাজিত, লতা-গুণি, ৰাজপাল জহা, পোকৰপোৰা জহা, পটেশ্বৰী বৰা, লোহাইতাং, পাখৰি জেঙণি, হেৰাপোৱা, তৰাবলি, সৰগফলা, বালাম ইত্যাদি।

মুঠৰ ওপৰত অসমীয়া অভিধানৰ ভঁৰাললৈ লাখটকীয়া বৰঙণি যোগাই যোৱা ভ্ৰমৰ চন্দ্ৰ শইকীয়া আনবোৰ কথা পাছলৈ থ'লেও কেৱল আভিধানিক হিচাপেই প্ৰাতঃস্মৰণীয় হৈ থকা উচিত।

## বিশিষ্ট সাহিত্যিকৰ দৃষ্টিত

হোমেন বৰগোহাঞিয়ে আমগুৰিৰ বিশিষ্ট শিক্ষাবিদ সোণাৰাম চুতীয়াৰ বিষয়ে লিখিবলৈ গৈ কৈছে ঃ 'সোণাৰাম চুতীয়া আছিল এজন আদৰ্শ পিতৃ আৰু আদৰ্শ শিক্ষক। কিন্তু তাৰ লগতে এই কথাটোও যোগ দিয়া উচিত হ'ব যে তেওঁ আছিল এজন আদৰ্শ মানুহ। মোৰ মনত এই ধাৰণা হ'ল তেওঁ লিখা 'চানেকি' নামৰ অকণমাণি কিতাপখন পঢ়ি। 'চানেকি' হ'ল ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ জীৱন-চৰিত। সোণাৰাম চুতীয়াৰ দৰেই ভ্ৰমৰ চন্দ্ৰ শইকীয়াকো খুব বিখ্যাত বা অসাধাৰণ মানুহ বুলি ক'ব নোৱাৰি। ১৯৪৪ চনত স্বৰ্গগামী হোৱা এই নীৰৱ সমাজ সেৱকজনৰ নামটো আজিৰ চামৰ ল'ৰা-ছোৱালী দূৰৰ কথা, বেছিভাগ ডেকা-গাভৰুৱেও বোধ হয় শুনা নাই।......সোণাৰাম চুতীয়াই লিখা ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ জীৱনী 'চানেকি'খন পঢ়ি মই ইমান মুগ্ধ আৰু অভিভূত হ'লোঁ যে শৈশৱ কালতেই তেনে এখন কিতাপ কিয় পঢ়িবলৈ নাপালোঁ বুলি মোৰ মনত এতিয়া গভীৰ আক্ষেপ হৈছে।"(77)

সেইদৰে তেখেতৰ বিয়োগত বেণুধৰ শৰ্মা, ডিম্বেশ্বৰ নেওগ, নকুল চন্দ্ৰ ভূঞা, সৰ্বেশ্বৰ শৰ্মা কটকী, শৰৎচন্দ্ৰ গোস্বামী, অম্বিকাগিৰি ৰায়চৌধুৰী আদিয়ে ই অসমীয়া ভাষা সাহিত্যৰে অপূৰণীয় ক্ষতি বুলি মত প্ৰকাশ কৰাটো তাৎপৰ্যপূৰ্ণ।() মন কৰিবলগীয়া যে সেইসকলৰ ভিতৰত তিনিজনেই অসম সাহিত্য সভাৰো সভাপতি আছিল। আনহাতে পণ্ডিত তীৰ্থনাথ শৰ্মা, ড. সত্যেন্দ্ৰনাথ শৰ্মাৰ দৰে দুজনকৈ অসম সাহিত্য সভাৰ সভাপতিয়ে (দুয়ো তেখেতৰ ছাত্ৰ) তেখেতৰ অবিহনে সাহিত্য চৰ্চা নহ'লেহেঁতেন বুলি কোৱা কথা উল্লেখযোগ্য।(78)

## প্ৰয়োজন জাতীয় স্বীকৃতিৰ

আহোম ৰজাৰ হাতত পৰাজয়ৰ পৰা মান ভগনলৈকে জবৌবৌৱা হৈ পৰা এটা জনগোষ্ঠীক, এখন সমাজক আত্মবিশ্বাস আৰু আত্ম-মৰ্যাদাৰ ভিত্তিত একত্ৰিত আৰু সংগঠিত কৰাটো সামান্য কথা নহয়। প্ৰয়াত ভ্ৰমৰ চন্দ্ৰ শইকীয়াই সেই কঠিন কামটোৰে 'সূচনা' ঘটাইছিল, আৰু তাকে তেওঁ কৰিছিল বিচক্ষণতাৰে, আন্তৰিকতাৰে, নিষ্ঠাৰে, অসমীয়া ভাষা সাহিত্যৰ ভঁৰাললৈ আপুৰুগীয়া বৰঙনি আগবঢ়োৱা এইজন জাতীয় সাহিত্যিক -

আভিধানিক সংগঠকক উপযুক্ত সম্মান জনোৱাটো কেৱল চুতীয়াসকলৰ নহয়, প্ৰতিজন অসমীয়াৰে পবিত্ৰ কৰ্তব্য।

যিকি নহওক 'চুতীয়া জাতি' পুস্তিকাত অভিব্যক্ত আহ্বানৰ প্ৰতি সঁহাৰি জনাই কেনেকৈ পৰবৰ্তী তিনিটা বছৰৰ ভিতৰত অসম চুতীয়া সন্মিলন গঢ়ি উঠিলে তাৰ সম্পৰ্কে প্ৰচুৰ দুষ্প্ৰাপ্য তথ্য-পাতি ইতিমধ্যে সংগৃহীত হৈছে। চুতীয়া সন্মিলনৰ অধিবেশনবিলাকৰ কাৰ্যবিৱৰণী, অভিভাষণাবলী, প্ৰস্তাৱ আদি অধ্যয়ন কৰিলেই সম্প্ৰদায়টোৰ আশা-আকাংক্ষ্যা, হাহাঁকাৰ আৰু জয়কাৰবোৰ ধাৰণা কৰিব পৰা যাব। সেয়েহে সেইবোৰ ইয়াত কালানুক্ৰমিকভাৱে সজোৱাৰ চেষ্টা কৰা হৈছে।

# চুতীয়া সন্মিলনৰ উকমুকনি

চুতীয়া সন্মিলনৰ সূচনা কেনেকৈ হ'ল, এই বিষয়ে অন্যতম প্ৰতিষ্ঠাপক ভ্ৰমৰ চন্দ্ৰ শইকীয়াই নিজেই লিখিছে ঃ

'নামতিৰ মোৰ প্ৰিয়তম বন্ধু শ্ৰীযুত ইন্দ্ৰেশ্বৰ চুতীয়াৰে সৈতে অকল জাঁজীতেই পোনপ্ৰথমে চুতীয়া জাতিৰ ভবা-চিন্তা কৰা হৈছিল বুলিলে কথাটো নহ'ব। ডিব্ৰুগড়ত শ্ৰীযুত নাৰায়ণ চন্দ্ৰ ভৰালী, শ্ৰীযুত বিষ্ণুৰাম নেওগ, শ্ৰীযুত ধনঞ্জয় শইকীয়া, শ্ৰীযুত বেণুধৰ দাস আদিয়ে, গোলাঘাটত মান্যবৰ শ্ৰীযুত হেমধৰ পাত্ৰবৰা, শ্ৰীমান বিশ্বেশ্বৰ দুৱৰা, ঢকুৱাখানাত শ্ৰীযুত ভুৱাম বৰুৱা এই সকলৰ অন্তৰো স্বজাতিৰ প্ৰীতিভাব উদয় হৈছিল। কিন্তু কোনেও কাৰো কথা জনাহে নাছিল।

এবাৰ মই ডিব্ৰুগড়লৈ যাওঁতে ভৰালী আৰু নেওগ ডাঙৰীয়াক লগ পাওঁগৈ। তেতিয়া মনত কি ভাব উপস্থিত হৈছিল এতিয়া তাক লিখি প্ৰকাশ কৰিব নোৱাৰোঁ। ইয়াৰ অলপদিনৰ পাছতে গোলাঘাটৰ পৰা পাত্ৰবৰা ডাঙৰীয়াই লিখোৱা এখন চিঠি পাওঁ। একে ভাব একে কথা কেইবা ঠাইতো বিৰলভাৱে থকা গম পাই মনলৈ বল আৰু আশা আহিল। লিখা লিখিতকৈ কথন-মথন হোৱাৰ আৱশ্যক পৰি তেতিয়াৰ জহৰ বন্ধুত ঘপহকৰে মই এদিন গৈ গোলাঘাটৰ শেনচোৱা গাওঁত মুনি-চুনি লাগি ভগাৰ পাছত উপস্থিত হৈছিলোঁগৈ। এই কেইঠাইৰ মিলন ভাবৰ সমষ্টিয়েই এই সন্মিলনৰ গুৰি বুলিব লাগে।

ইয়াৰ পাছত আমি কেনেকৈ কি কৰিবৰ উপক্ৰম কৰিব লাগিছোঁ তাকো উল্লেখ কৰোঁ। কিছুদিনৰ পাছত স্বজাতিৰ উদ্দীপক ভাবৰ এখন চিঠি দুই চাৰিজন লোকলৈ অঞ্চলে অঞ্চলে পঠাওঁ। সেই চিঠিৰ উত্তৰত আৰু জনদিয়েকৰ পৰা উদগনি পোৱা হয়। তেতিয়াই এই জাতিৰ চমু বৃত্তান্ত এটি ৰাইজৰ আগত দাঙি ধৰিবলৈ মন কৰোঁ। সেই বিষয়ে প্ৰবন্ধটো যুগুত কৰি তাক প্ৰকাশ কৰা আৰু প্ৰচাৰ কৰাৰ আৱশ্যকতা দেখুৱাই শ্ৰীযুত বিষ্ণুৰাম নেওগ, শ্ৰীযুত ভুৱৰাম বৰুৱা, নামতি আৰু জাজিৰ আমি দুজনে (ইন্দ্ৰেশ্বৰ চুতীয়া আৰু

ভ্ৰমৰ চন্দ্ৰ শইকীয়া - দে.শ.) সৈতে চহীকৰা এখন চিঠি খৰচৰ সহায় বিচাৰি লিখা হ'ল।

বিসকল এই ক্ষেত্ৰত প্ৰথম ৰবঙণি আগবঢ়াইছিল, সেইসকল আছিল ঃ

১। ধনঞ্জয় শইকীয়া, ডিব্ৰুগড়, ৫টকা তাৰিখ ২৮-১২-১৯২০

২। বিষ্ণুৰাম নেওগ, ডিব্ৰুগড়, ৫ টকা

৩। কেশৰাম চুলীয়া, চক্ৰাই, ৪ টকা

৪। বি এচ. দত্ত, নামৰূপ, ৩ টকা।

৫। বিবেশ্বৰ বৰা, গোলাঘাট, ৫ টকা।

৬। বেণুধৰ দাস, ডিব্ৰু গড়, ৩ টকা।

৭। ভেবেলা বৰা পণ্ডিত, ৫ টকা

৮। মাণিক চন্দ্ৰ দাস, গোলাঘাট, ৩ টকা।

৯। ধনীৰাম দাস, লাহোৱাল, ৫ টকা

১০। হলিৰাম পাত্ৰ বৰা, গোলাঘাট ৫ টকা

১১। গোলোক চন্দ্ৰ বৰা, শিলঘাট, ৫ টকা

১২। দুৰ্গাৰাম বৰা মৌজাদাৰ, গোলাঘাট, ৫ টকা

১৩। মোহন চন্দ্ৰ বৰা, শিলপনীয়া, ৫ টকা

১৪। বলোৰাম শইকীয়া, শিলপনীয়া, ৫ টকা

১৫। সভাই ফুকন, শিলপনীয়া, ৫ টকা

১৬। ৰঙাই হাজৰিকা, ঢেকীয়াল, ৫ টকা।

১৭। আদিৰাম শইকীয়া, বাদুলীপুখুৰী, ১ টকা।'(79)

এই প্ৰায় ৭৫ টকাৰ পুঁজি খৰচ কৰি তাৰেই চুতীয়া সন্মিলনৰ ইস্তাহাৰ সুলভ ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ ইতিমধ্যে উল্লেখিত **'চুতীয়া জাতি'** নামৰ পুথিখনৰ এহেজাৰ কপি ছপোৱা হয়। এই পুথিখনৰ সমান্তৰাল ভাৱে ১৮৪৪ শকৰ ২৬ কাতিত কমাৰবন্ধীয়া নামচনীয়া নামঘৰত শ্ৰীযুত ৰঙাই হাজৰিকাৰ সভাপতিত্বত গোলাঘাটৰ কেউ অঞ্চলৰ চুতীয়াসকলৰ এখন ডাঙৰ সভা অনুষ্ঠিত হয়। তাতেই গোলাঘাট চুতীয়া সভা গঠন হয়। সেই সভাৰ এখন ডাঙৰ অধিবেশন ১৮৪৫ শকৰ ৫ জেঠত শালিকীহাটত বহে। সেই প্ৰক্ৰিয়াৰে ধাৰাবাহিকতাত সেই শকৰে ১৫ পুহত অভ্যৰ্থনা সমিতি গঠিত হয় আৰু ১৯২৫ চন (১৯৪৭ শক)ৰ তাৰিখে বৰ্তমানৰ গোলাঘাট জিলাৰ ঢেকীয়াল মৌজাৰ নপমুৰা চাৰিঙীয়া গাঁৱত আসাম চুতীয়া সন্মিলনৰ প্ৰথম অধিবেশন অনুষ্ঠিত হয়।

# প্ৰথম আসাম চুতীয়া সন্মিলন, ১৯২৫, ঢেকীয়াল

এই সন্মিলন অনুষ্ঠিত হয় ১৯২৫ চনৰ ১০ এপ্ৰিলত গোলাঘাট নগৰৰ পৰা পাঁচমাইল দূৰৰ ঢেকীয়াল মৌজাৰ নপমুৱা চাৰিআলিৰ কাষত। ইয়াত সভাপতিত্ব কৰে অৱসৰপ্ৰাপ্ত হাকিম আৰু খ্যাতনামা সাহিত্যিক ৰজনীকান্ত বৰদলৈয়ে। ডিব্ৰুগড়, নাৰায়ণপুৰ, শিৱসাগৰ, মেটেকা, বেতবাৰী, নামতি, চাৰিং, চাওখাট, আমগুৰি, ভূএগ্ৰাহাট, জাঁজী, টীয়ক, বাদুলীপুখুৰী, নগাওঁ, ৰহা, বাৰপূজীয়া, উত্তৰ গুৱাহাটী আদিৰ পৰা চুতীয়া সম্প্ৰদায়ৰ মুখীয়াল লোক সকল আহিছিল। আহিব নোৱাৰা বহুতেই শুভেচ্ছা বাৰ্তা পঠাইছিল। গোলাঘাট মহকুমাৰ বিভিন্ন অঞ্চলৰ চুতীয়া মানুহ সভাত ঠাঁহ খাই পৰিছিলহি। আন সম্প্ৰদায়ৰো বহু গণ্যমান্য লোক সমবেত হৈ সন্মিলনৰ শোভা বঢ়াইছিল। তিনিটা শুৱনি কলচীৰে নতুন ধৰণৰ ঘৰ চুতীয়াৰ ৰাজ সিংহাসনৰ আৰ্হিলৈ স্মৰণ কৰি কৰা হৈছিল। সন্মিলনত ৰচনা পাঠ, বক্তৃতা, গানগোৱা, আবৃত্তি আদি অনুষ্ঠিত হৈছিল। সন্মিলনত গৃহীত প্ৰস্তাবকিটা আছিল ক্ৰমেঃ

'**প্ৰথম প্ৰস্তাৱ** ঃ সৰ্বসন্মতিক্ৰমে এই সন্মিলনে প্ৰস্তাব কৰে যে চুতীয়া লোকসকলে নিজৰ ল'ৰাছোৱালীক নিচেই কমকৈ হ'লেও প্ৰাইমেৰী শিক্ষা দিবলৈ যেন যত্নবান হয়।

**দ্বিতীয় প্ৰস্তাৱ** ঃ নিম্নোক্ত লোকসকলেৰে এখন কাৰ্যনিৰ্বাহক সভা গঠন কৰা হওঁকঃ

১। হেমধৰ পাত্ৰ বৰা ২। মাণিক চন্দ্ৰ দাস ৩। ৰতিকান্ত হাজৰিকা ৪। তুলসীৰাম তামুলী ৫। ৰঙাই হাজৰিকা ৬। নাৰায়ণচন্দ্ৰ চাৰিঙীয়া ৭। ভ্ৰমৰচন্দ্ৰ শইকীয়া ৮। ইন্দ্ৰেশ্বৰ চুতীয়া ৯। দিবাৰাম শইকীয়া ১০। গোপীনাথ বৰদলৈ ১১। ভূৰাম বৰুৱা ১২। ভেবেলা ৰাম বৰা ১৩। ধনীৰাম হাজৰিকা ১৪। ভেবেলা বৰা ১৫। ললিত চন্দ্ৰ তামুলী। এই সকলৰ ভিতৰতে ভ্ৰমৰচন্দ্ৰ শইকীয়াক সম্পাদক, ৰতিকান্ত হাজৰিকাক সহকাৰী সম্পাদক, মাণিকচন্দ্ৰ দাসক ধনভৰালী মনোনীত কৰা হয়।

**তৃতীয় প্ৰস্তাৱ** ঃ অসমৰ সকলো ঠাইতে এই সন্মিলনৰ শাখা সভা গঠন কৰিবলৈ কাৰ্যনিৰ্বাহক সভাক ভাৰ দিয়া হওক।

**চতুৰ্থ প্ৰস্তাৱ** ঃ কোনো ভাল উপায়েৰে এই সন্মিলনৰ ধনভঁৰাল স্থাপন কৰিবলৈ কাৰ্যনিৰ্বাহক সভাক ভাৰ দিয়া হওক।

**পঞ্চম প্ৰস্তাৱ** ঃ এই সন্মিলনে আশা কৰে যে সকলো চুতীয়া লোকসকলে ভাং, কানি, চুৰত আদিৰ অপকাৰিতা বুজি তাক ক্ৰমে পৰিহাৰ কৰিবলৈ মন আৰু যত্ন কৰে।'(৪০)

এই বিৱৰণীৰ লগত ১৯২৯ চনত অনুষ্ঠিত নিখিল বড়ো ছাত্ৰ সন্থাৰ দশম

অধিবেশনৰ কাৰ্যবিৱৰণীৰ তুলনা কৰিলে আমি দেখা পাম যে বড়ো ছাত্ৰ সংগঠনটোৰ উক্ত অধিবেশনত বড়ো নাটক, সুতা কটা, বোৱা, চিলোৱা, ছবি আঁকা, খেল-ধেমালি, লাঠীখেল, তৰোৱাল খেল ইত্যাদিৰ প্ৰতিযোগিতা হৈছিল। সেই সময়ত ইয়াৰ লক্ষ্য উদ্দেশ্য আছিল

১। বড়ো-কছাৰী ছাত্ৰ সকলৰ মাজত ঐক্যসাধন ২। শিক্ষাত উৎসাহ প্ৰদান ৩। নৈতিক শিক্ষা ৪। স্বাস্থ্য, শৰীৰ চৰ্চা, ৫। গ্ৰাম্যবিকাশ ৬। জাতীয় ঐতিহ্য ৰক্ষা ৭। জনকল্যাণ ইত্যাদি।(81)

মনকৰিবলগা যে চুতীয়া সংগঠনটোৰ জন্ম লগ্নতো একে ধৰণৰে লক্ষ্য উদ্দেশ্য পৰিবেশেই পৰিলক্ষিত হয়।

# দ্বিতীয় অসম চুতীয়া সন্মিলন, ১৯২৭, ৰহা

আসাম চুতীয়া সন্মিলনৰ দ্বিতীয় অধিবেশন অনুষ্ঠিত হয় নগাওঁ জিলাৰ ৰহাত ১৮৪৯ শকৰ ২১ আহিল শনিবাৰৰ দিনা। এই অধিবেশনত সভাপতিত্ব কৰে সাহিত্যিক নীলমণি ফুকনে। মন কৰিবলগীয়া যে প্ৰথম চুতীয়া সন্মিলনৰ সভাপতি ৰজনীকান্ত বৰদলৈৰ দৰে নীলমণি ফুকনো আছিল অসম সাহিত্য সভাৰ অন্যতম সভাপতি তথা অসমীয়া মূলসুঁতিৰ আনুষ্ঠানিক প্ৰতিনিধি।

যি কি নহওঁক, লখিমপুৰ, শিৱসাগৰ, নগাওঁ, দৰং আৰু কামৰূপ জিলাৰ প্ৰতি মহকুমাৰ চুতীয়া মানুহ থকা প্ৰতি অঞ্চলৰ পৰা প্ৰতিনিধি আহিছিল। আদৰণি সমিতিৰ সভাপতি গোপীনাথ বৰদলৈয়ে (মুখ্যমন্ত্ৰীজন নহয়) আদৰণি ভাষণ পাঠ কৰাৰ পাছতে নীলমণি ফুকনে সুদীৰ্ঘ ভাষণ প্ৰদান কৰে। প্ৰধান সম্পাদকে সন্মিলনৰ কাৰ্যবিৱৰণী পাঠ কৰে।

সন্মিলনত সৰ্বসন্মতিক্ৰমে গৃহীত আঠোটা প্ৰস্তাৱৰ ভিতৰত আছিল (১) অসম উপত্যকাৰ বাহিৰে অন্য ঠাইত বাস কৰা চুতীয়া লোকসকল যাতে ভাষা, আচাৰ -নীতিত সম্পূৰ্ণ অসমীয়া হৈ থাকে, তাৰ ব্যৱস্থা লোৱা, (২) 'চুতীয়া' শব্দটো যাতে অন্যান্য বানানত নহৈ 'চুতীয়া' এই জোটনিৰেই প্ৰচলন হয় তাৰ বাবে অসম সাহিত্য সভা আৰু সাহিত্যিক সকলক জনোৱা, (৩) চুতীয়া জাতিৰ প্ৰতি হেয় ভাব প্ৰকাশ কৰি দুই এজন সাহিত্যিকে অন্য ঠাইত ভাষণ দিয়া আৰু লিখা কাৰ্যত দোষৰ্ঘোৰ প্ৰতিবাদ জনোৱা, (৪) অসমৰ অন্যান্য অনুন্নত সম্প্ৰদায় আৰু জাতি বিলাকলৈ সহানুভূতি জনোৱা আদি।

মন কৰিবলগীয়া যে এই সন্মিলনৰ প্ৰথম প্ৰস্তাৱে বিভক্ত, বিক্ষিপ্ত চুতীয়াৰ ঐক্যত জোৰ দিছিল। আনহাতে দ্বিতীয় আৰু তৃতীয় প্ৰস্তাৱ আছিল অসম সাহিত্য

সভা আৰু সাহিত্যিক সকলৰ প্ৰতি। মন কৰিবলগীয়া যে অসম সাহিত্য সভাৰ একাধিক সভাপতিয়ে চুতীয়া সন্মিলনতো সভাপতিত্ব কৰিছিল। তৎসত্বেও সভা আৰু সাহিত্যিকৰ অবহেলা, দুষ্কাৰ্যৰ বিষয়ে প্ৰস্তাৱ ল'ব লগা হোৱাটো তাৎপৰ্যপূৰ্ণ। এইবাৰ সন্মিলনতো প্ৰধান সম্পাদক ভ্ৰমৰ চন্দ্ৰ শইকীয়াই থাকে। সহকাৰী সম্পাদক হয় কনক চন্দ্ৰ শইকীয়া, ধনভৰালী মাণিক চন্দ্ৰ দাস, হিচাব পৰীক্ষক আৰু পৰামৰ্শ দাতা জীৱন চন্দ্ৰ তামুলী।

# তৃতীয় অধিবেশন, ১৯২৯, পীড়াকটা

যোৰহাট জিলাৰ পীড়াকটাত ১৮৫০ শকৰ চ'ত মাহৰ ৯,১০ আৰু ১১ তাৰিখে আসাম চুতীয়া সন্মিলনৰ তৃতীয় অধিবেশন হয়। এই অধিবেশনৰ সভাপতি আছিল আহোম ভাষাৰ ভূতপূৰ্ব অনুবাদক ৰায়চাহাব গোলাপ চন্দ্ৰ বৰুৱা। সন্মিলনত ৩০০ প্ৰতিনিধি আৰু চাৰিহেজাৰ ৰাইজ গোট খাইছিল।

**ভ্ৰমৰচন্দ্ৰ শইকীয়াৰ বৰ্ণনাত** ঃ 'সভা ঘৰ ওলালত ৰাইজ গোটখাই উৎসৱ কৰি পতাকা তোলা হৈছিল। সন্মিলনৰ আগদিনা হাতত পতাকা লৈ জাতীয় গীত গাই শোভাযাত্ৰা কৰা হৈছিল। প্ৰতিনিধি আৰু দৰ্শকসকলক ষ্টেচনৰ পৰা মটৰ, লৰীৰে আগবঢ়াই অনা হৈছিল। জাতীয় গান গাই শোভাযাত্ৰা কৰি মটৰৰ পৰা সন্মিলনৰ বহালৈ আদৰি অনা হৈছিল। ভিন ভিন বিভাগৰ কৰ্মীসকলে ৰাইজক যথাসাধ্য শুশ্ৰূষা কৰিছিল। হিলৈৰ ধ্বনি, কালিৰ মাত, জাতীয় গীত আৰু জয়ধ্বনিৰ বিপুল ৰোলৰ মাজেদি সভাপতিক আদৰি অনা হৈছিল। এইবাৰ সন্মিলনলৈ লক্ষীমপুৰ অঞ্চলৰ পৰা এগৰাকী মহিলাও প্ৰতিনিধি হৈ আহিছিল। তিৰোতাসকলৰ নিমিত্তে বেলেগে ঠাই ঠিক কৰি দিয়া হৈছিল। ৰাইজৰ আজ্ঞা অনুসৰি সন্মিলনৰ চৌহদৰ ভিতৰত ভাং, ধপাত আৰু চুৰত কাকো দিয়া নহৈছিল আৰু কোনেও খাব নোৱাৰিছিল।'

## তৃতীয় অধিবেশনৰ গুৰুত্বপূৰ্ণ প্ৰস্তাৱসমূহ ঃ

**প্ৰথম প্ৰস্তাৱ** ঃ এই সন্মিলনে মহামান্য ভাৰত সম্ৰাটৰ আৰোগ্যত আনন্দ প্ৰকাশ কৰি তেখেতৰ দীৰ্ঘজীৱন কামনা কৰে।

**দ্বিতীয় প্ৰস্তাৱ** ঃ এই সন্মিলনে প্ৰস্তাৱ কৰে যে সকলো চুতীয়া মানুহে বিদেশী কাপোৰ এৰি আগৰ আমাৰ পুৰাতনীয়া দস্তুৰমতে নিজে ঘৰত সূতা কাটি বৈ লয় যেন।

**চতুৰ্থ প্ৰস্তাৱ** ঃ যেহেতুকে সম্প্ৰদায়ৰ চৰকাৰী চাকৰিত লোক অতি তাকৰ, এই সন্মিলনে সেই হেতুকে প্ৰস্তাৱ কৰে যে কোনো বিভাগৰ চাকৰিত এই সম্প্ৰদায়ৰ উপযুক্ত প্ৰাৰ্থী থাকিলে গভাৰ্ণমেণ্টে যেন বিশেষৰূপে বিবেচনা কৰে।

**পঞ্চম প্ৰস্তাৱ ঃ** আসাম চুতীয়া সন্মিলনৰ প্ৰথম অধিবেশনৰ পঞ্চম প্ৰস্তাৱ (ৰাগীয়াল বস্তু পৰিহাৰ কৰা) কাৰ্যত পৰিণত কৰিবলৈ পুনৰ আজিৰ সন্মিলনে প্ৰস্তাৱ কৰে।

**অষ্টম প্ৰস্তাৱ ঃ** তলত নাম দিয়া সকলেৰে আজিৰ সন্মিলনে কাৰ্যনিৰ্বাহক সভা গঠন কৰে।

১। ললিত মোহন তামুলী, ২। সোমনাথ বৰুৱা, ৩। মহীধৰ বৰা, ৪। ভূৰাম বৰুৱা, ৫। দণ্ডীধৰ মণ্ডল, ৬। মিনাৰাম মেধি, ৭। হেমধৰ পাত্ৰ বৰা, ৮। মাণিকচন্দ্ৰ দাস, ৯। ৰঙাই হাজৰিকা , ১০। মণিৰাম বৰমেধি, ১১। কনকচন্দ্ৰ শইকীয়া, ১২। মাধৰাম দাস, ১৩। আদিৰাম শইকীয়া, ১৪। যোগানন্দ বৰা, ১৫। ভ্ৰমৰ চন্দ্ৰ শইকীয়া, ১৬। ইন্দ্ৰেশ্বৰ চুতীয়া, ১৭। সৰুকণ চুতীয়া, ১৮। হৰকান্ত নেওগ, ১৯। মুহীধৰ পণ্ডিত, ২০। ৰূপৰাম শইকীয়া। এইসকলৰ ভিতৰতে ভ্ৰমৰচন্দ্ৰ শইকীয়াক পুনৰ প্ৰধান সম্পাদক, কনকচন্দ্ৰ শইকীয়া সহকাৰী সম্পাদক আৰু মাণিকচন্দ্ৰ দাস মিলন ভঁৰালৰ ধনভঁৰালী নিৰ্বাচিত হয়।(82)

তৃতীয় অধিবেশনৰ সভাপতি গোলাপচন্দ্ৰ বৰুৱাই তেখেতৰ হাতত থকা দুখন বুৰঞ্জীত পুৰণি চুতীয়া ৰাজ্য সম্পৰ্কে থকা উল্লেখেৰে ৰাইজক উৎসাহিত কৰে।

এইখিনিতে উল্লেখযোগ্য যে সন্মিলনৰ জন্মলগ্নৰ নিয়মাৱলীৰ পৰা ইয়াৰ এইকেইটা উদ্দেশ্যৰ বিষয়ে জানিব পাৰিঃ

'(১) আসামৰ চুতীয়া সম্প্ৰদায়টোৰ ভিতৰত সু-শিক্ষাৰ পোহৰেৰে একতা স্থাপন কৰি নৈতিক, মানসিক আৰু আৰ্থিক অৱস্থা উন্নত কৰিব পৰাই এই সন্মিলনৰ ঘাই উদ্দেশ্য।

(২) এই সন্মিলনে ৰাজনীতিৰ বিষয়ে আলোচনা নকৰে।

(৩) আসামৰ চুতীয়া সম্প্ৰদায়টোৰ উন্নতিৰ অৰ্থে সন্মিলনে তলত দিয়া কাৰ্যখিনি কৰিবৰ নিমিত্তে চেষ্টাত থাকিব।

(ক) পুৰাতনীয়া কথা অনুসন্ধান আৰু উদ্ধাৰ কৰি চুতীয়া জাতিৰ এখন ভাল বুৰঞ্জী উলিওৱা।

(খ) কোনো সজ উপায়েৰে চুতীয়া জাতিৰ লোক সকলৰ শিক্ষালৈ ধাউতি জন্মোৱা।

(গ) কু-সংস্কাৰ আদি আঁতৰাই সামাজিক অৱস্থা উন্নত কৰিবলৈ যত্ন কৰা।

(ঘ) এটা স্বজাতীয় ধনৰ ভঁৰাল স্থাপন কৰা।'(83)

১৯৪৮ চনত ডিব্ৰুগড়ৰ ৰহমৰীয়াত অনুষ্ঠিত নৱম অধিবেশনত সংশোধিত, পৰিবৰ্দ্ধিত আৰু গৃহীত নিয়মাৱলী অনুসৰি সদৌ অসম চুতীয়া সন্মিলনৰ উদ্দেশ্যসমূহ আছিল ঃ

'৪ (ক) ভাৰতীয় স্বাধীন ৰাষ্ট্ৰত অতীতৰ ৰাজশক্তি সম্পন্ন চুতীয়া জাতিৰ লোকসকলৰ কাৰণে স্বাধীন নাগৰিক হিচাবে ৰাষ্ট্ৰৰ সকলো ক্ষেত্ৰতে যোগ্যতা আৰু

যোগ্যস্থান অৰ্জন কৰা সম্পৰ্কে আৰু অনগ্ৰসৰ জাতি হিচাবে ৰাষ্ট্ৰৰ পৰা বিশেষ সুবিধা লাভ কৰা বিষয়ত সম্প্ৰদায়ৰ সম্মিলিত শক্তিৰে সকলো প্ৰকাৰৰ ন্যায়সংগত উপায় অৱলম্বন কৰিব।

(খ) পুৰাতনীয়া কথা (প্ৰাচীন তথ্য) অনুসন্ধান কৰি চুতীয়া জাতিৰ এখন বুৰঞ্জী প্ৰণয়ন কৰাও এই সভাৰ উদ্দেশ্য।

(গ) উপৰোক্ত উদ্দেশ্যসমূহ কাৰ্যত পৰিণত কৰিবলৈ এটা স্বজাতীয় ধন ভড়াল স্থাপন কৰা।'(84)

# বিশেষ অধিবেশন ১৯২৯ আৰু চতুৰ্থ অধিবেশন, ১৯৩০

... এইখিনিতে পুনৰ চুতীয়া সন্মিলনৰ অধিবেশনবোৰৰ প্ৰসংগলৈ ঘূৰি যাওঁ। ১৯২৯ চনৰ জুনমাহৰ ২৮ তাৰিখে গোলাঘাট জিলাৰ কমাৰবন্ধাত চুতীয়া সন্মিলনৰ এখন বিশেষ অধিবেশন বহে। তাত সভাপতিত্ব কৰে ৰায়চাহাব গোপীকাবল্লভ গোস্বামীয়ে। (এই অধিবেশনত গোস্বামীৰ বক্তব্যক কেন্দ্ৰ কৰি পৰৱৰ্তী কালত এক গুৰুতৰ বিতৰ্কৰ সৃষ্টি হয়। সেই সম্পৰ্কে এই অধ্যায়ৰ অন্যত্ৰ আলোচনা কৰা হৈছে।)

১৮৫২ শকৰ ৬ আৰু ৭ ব'হাগত (ইংৰাজী, ১৯৩০ চন) শিৱসাগৰ বানমুখত চুতীয়া সন্মিলনৰ চতুৰ্থ অধিবেশন অনুষ্ঠিত হয়। এই অধিবেশনত সভাপতিত্ব কৰে বিশিষ্ট পুৰাতত্ববিদ সাহিত্যিক সৰ্বেশ্বৰ শৰ্মা কটকীয়ে। তেখেতে সভাপতিৰ অভিভাষণ দিয়াৰ উপৰিও গধূলিলৈ ছায়াচিত্ৰৰ সহায়েৰে অসমৰ পুৰণি কীৰ্তিৰ বিষয়েও এটি বক্তৃতা দিয়ে।

এই অধিবেশনত সংগঠনৰ বাবে প্ৰচাৰক নিযুক্তি দিয়া, দেউৰী লোকসকলক চৰকাৰী পিয়লত জড়োপাসক (Animist) নেপাতি চুতীয়াৰ অন্তৰ্ভুক্ত বুলি ধৰিবলৈ জনোৱা; সন্মিলনৰ প্ৰচাৰ সমিতি গঠন কৰা; চুতীয়া সম্প্ৰদায়ৰ ভালেমান লোক অন্য সম্প্ৰদায়ৰ লগত জাপ যোৱাত তেওঁলোকক নিজ জাতিৰ লগত যোগ হৈ চুতীয়া বুলি পৰিচয় দিবলৈ অনুৰোধ কৰা, মায়ামৰা সম্প্ৰদায়ৰ ভিতৰত থকা চুতীয়াসকলকো, অন্যান্য চুতীয়াৰ দৰে জ্ঞাতি বুলি বিবেচনা কৰিবলৈ সিদ্ধান্ত কৰা, শিক্ষাবিভাগে স্কুলত পঢ়া ছাত্ৰৰ জাতি হিচাব লওঁতে চুতীয়া ছাত্ৰক নীহজাতি বুলি লেখত ধৰা কাৰ্যত প্ৰতিবাদ জনাই ভুল শুধৰাবলৈ জনোৱা, দেশীবস্ত্ৰ পৰিধানত গুৰুত্ব দিয়া, নিয়মাৱলী সংশোধন কৰা আদি।(85)

# পঞ্চম অধিবেশন, ১৯৩৫, চাৰিং

সদৌ অসম চুতীয়া সন্মিলনৰ পঞ্চম বাৰ্ষিক অধিবেশন বুৰঞ্জী প্ৰসিদ্ধ চাৰিং চহৰত ১৯৫৭ শকৰ ২১,২২,২৩ চ'তত (ইংৰাজী ১৯৩৫ চন) তিনিদিনীয়াকৈ বহে। এই অধিবেশনৰ সভাপতি আছিল নগাঁৱৰ জখলাবন্ধা সত্ৰৰ ৰায়বাহাদুৰ শ্ৰীযুত বৃন্দাবন চন্দ্ৰ গোস্বামী বি.এল., এম.এল.চি ডাঙৰীয়া।

মোহনৰাম শইকীয়াৰ বৰ্ণনাত ঃ 'সন্মিলনৰ সভামণ্ডপ ওখ আহল বহল আৰু দুখলপীয়া আছিল। চাৰিঙৰ বিখ্যাত খনিকৰ˚ বেচাই খনিকৰে নিৰ্মাণ কৰা থগা আৰু সভাপতিৰ আসনত খনিকৰী নিপুণতা ফুটি উঠিছিল। সন্মিলনৰ স্থলীত কেউদিন সাংস্কৃতিক সন্ধিয়াৰ আয়োজন চলিছিল আৰু অগণন প্ৰজাই দলদোপ হেন্দোলদোপ কৰি যোগ দিছিল। সভালৈ অসমৰ সকলো ঠাইৰ পৰা প্ৰতিনিধিৰ সমাগম হৈছিল। মূলত সাম্প্ৰদায়িক সন্মিলন হ'লেও এই অধিবেশনত জাতি বৰ্ণ নিৰ্বিশেষে চাৰিঙৰ সকলো ৰাইজে যোগ দি সাফল্যমণ্ডিত কৰি তুলিছিল।'

এই অধিবেশনত অসমৰ পৰা শ্ৰীহট্ট বিচ্ছেদৰ সমৰ্থন, অসমত বিশ্ববিদ্যালয় আৰু হাইকৰ্ট স্থাপন কৰিবলৈ গভৰ্ণমেণ্টক টানি অনুৰোধ কৰা, মাজ অসমত বঙালী স্কুলক জনমত উপেক্ষা কৰি গভৰ্ণমেণ্টক সাহায্য নিদিবলৈ টানি জনোৱা, 'দৈনিক বাতৰি' আৰু 'ৰাইজ' প্ৰকাশত আনন্দ প্ৰকাশ কৰা, চুতীয়া জাতিৰ পুৰণি তথ্য অনুসন্ধানত ব্ৰতী হোৱা লোকক ধন্যবাদ জনোৱা, চুতীয়াৰ উপযুক্ত প্ৰাৰ্থীক চৰকাৰী চাকৰিত নিয়োগ কৰিবলৈ ভাৰপ্ৰাপ্ত বিষয়াসকলক টানি অনুৰোধ জনোৱা; মেট্ৰিক, আই এ, বিএ আদিত চুতীয়া বৃত্তি দিবৰ বাবে চৰকাৰক জনোৱা, জাতীয়তা ৰক্ষা কৰি ঐক্যভাৱ জন্মাবলৈ চলিত উপাধি পৰিত্যাগ কৰি জাতিৰ ইতিবৃত্তমূলক নতুন উপাধি উলিয়াবলৈ অনুসন্ধান কৰাৰ চেষ্টা চলোৱা, মহাপুৰুষীয়া উদাৰ নীতিৰ বহুল প্ৰচাৰৰ দ্বাৰা সমাজৰ কুসংস্কাৰ আদি আঁতৰাবলৈ শংকৰ সংঘক অনুৰোধ জনোৱা, উপযুক্ত প্ৰাৰ্থীক কাউন্সিল নিৰ্বাচনত থিয় দিবলৈ যত্ন চলোৱা, প্ৰতিনিধি সভা গঠন, সন্মিলনৰ ছমহীয়া মুখপত্ৰ প্ৰকাশৰ কমিটি গঠন আদি মুঠ ষোল্লটি প্ৰস্তাৱ গৃহীত হয়।(৪৪)

এইখিনিতে সন্মিলনৰ প্ৰথম পাঁচখন অধিবেশন আৰু পৰৱৰ্তী অধিবেশন বিলাকৰ মাজৰ এটা মৌলিক পাৰ্থক্যৰ কথা চকুত পৰে যিটো সম্পৰ্কে এই অধ্যায়ৰে 'বৰ্ণ হিন্দুত্বৰ পৰা জনজাতীয়তা অভিমুখে' শিতানত বিতংকৈ আলোচনা কৰা হৈছে। ইয়াত মাত্ৰ এই কথা উল্লেখ কৰিব পাৰি যে প্ৰথম পাঁচখন তথা এখন বিশেষ অধিবেশনৰ সভাপতি সকল আছিল বৰ্ণহিন্দু সেয়েহে সেই বৰ্ণ হিন্দু নেতৃত্বাধীন ছখন অধিবেশনত ইয়াত প্ৰথম পৰ্বত আৰু চুতীয়া-নেতৃত্বাধীন পৰবৰ্তি অধিবেশন সমূহত দ্বিতীয় পৰ্বত দেখুৱা হৈছে। প্ৰথম ছখন অধিবেশনৰ বিষয়ে এখন এখনকৈ আলোচনা কৰা হৈছে

আনহাতে দ্বিতীয় পৰ্বৰ পৰৱৰ্তী অধিবেশন বিলাকৰ প্ৰস্তাৱ, সিদ্ধান্ত, সভাপতিৰ অভিভাষণ, স্মৃতিগ্ৰন্থ সমূহত প্ৰকাশিত লেখনীৰ উদ্ধৃতি সময় অনুক্ৰমে নকৰি প্ৰসংগ ভিত্তিক (issue-based) উল্লেখ কৰা হৈছে।

# অধিবেশনসমূহ ঃ

## প্ৰথম পৰ্ব

**প্ৰথম অধিবেশন ঃ ১৯২৫ চন। ঢেকিয়াল, গোলাঘাট।**
মূল সভাৰ সভাপতি ঃ সাহিত্যিক ৰজনীকান্ত বৰদলৈ।
মূল সভাৰ সম্পাদক ঃ ভ্ৰমৰ চন্দ্ৰ শইকীয়া।
**দ্বিতীয় অধিবেশন ঃ ১৯২৭ চন। ৰহা, নগাঁও।**
মূল সভাৰ সভাপতি ঃ ককা নীলমণি ফুকন।
মূল সভাৰ সম্পাদক ঃ ভ্ৰমৰ চন্দ্ৰ শইকীয়া।
**তৃতীয় অধিবেশন ঃ ১৯২৯ চন। পীড়াকটা, যোৰহাট।**
মূল সভাৰ সভাপতি ঃ গোলাপ চন্দ্ৰ বৰুৱা।
মূল সভাৰ সম্পাদক ঃ ভ্ৰমৰ চন্দ্ৰ শইকীয়া।
**বিশেষ অধিবেশন ঃ ১৯২৯ চন। কমাৰ বন্ধা।**
সভাপতি ঃ গোপীকাবল্লভ গোস্বামী।
মূল সভাৰ সম্পাদক ঃ ভ্ৰমৰ চন্দ্ৰ শইকীয়া।
**চতুৰ্থ অধিবেশন ঃ ১৯৩০ চন। ৰানমুখ, শিৱসাগৰ।**
মূল সভাৰ সভাপতি ঃ সৰ্বেশ্বৰ শৰ্মা কটকী।
মূল সভাৰ সম্পাদক ঃ ভ্ৰমৰ চন্দ্ৰ শইকীয়া।
**পঞ্চম অধিবেশন ঃ ১৯৩৫ চন। চাৰিং, শিৱসাগৰ।**
মূল সভাৰ সভাপতি ঃ বৃন্দাবন চন্দ্ৰ গোস্বামী।
মূল সভাৰ সম্পাদক ঃ ভ্ৰমৰ চন্দ্ৰ শইকীয়া।

## দ্বিতীয় পৰ্ব

**ষষ্ঠ অধিবেশন ঃ ১৯৩৮ চন। বেঙেনাখোৱা, গোলাঘাট।**
মূল সভাৰ সভাপতি ঃ পূৰ্ণচন্দ্ৰ শইকীয়া।
বিশিষ্ট অতিথি ঃ ভীমবৰ দেউৰী।
মূল সভাৰ সম্পাদক ঃ গোলোক চন্দ্ৰ বৰা।
**সপ্তম অধিবেশন ঃ ১৯৪৬ চন। মৰাণ, শিৱসাগৰ।**

মূল সভাৰ সভাপতি ঃ গোপীনাথ বৰদলৈ ।(ৰহা)
মূল সভাৰ সম্পাদকদ্বয় ঃ তিলেশ্বৰ হাজৰিকা, গোলোক চন্দ্ৰ বৰা।
ছাত্ৰ সন্মিলনৰ সভাপতি ঃ সোণাৰাম চুতীয়া (বি.এছ.চি)
মহিলা সন্মিলনৰ সভানেত্ৰী ঃ সুবৰ্ণ বালা বৰা।

**অষ্টম অধিৱেশন ঃ ১৯৪৭ চন। উত্তৰ লক্ষীমপুৰ নগৰ।**

মূল সভাৰ সভাপতি ঃ ইন্দ্ৰেশ্বৰ চুতীয়া।
মূল সভাৰ সম্পাদকদ্বয় ঃ কমল চন্দ্ৰ চুতীয়া, তিলেশ্বৰ হাজৰিকা।
ছাত্ৰ সন্মিলনৰ সভাপতি ঃ মোহন ৰাম শইকীয়া।
মহিলা সন্মিলনৰ সভানেত্ৰী ঃ ৰত্নেশ্বৰী শইকীয়া।

**নৱম অধিৱেশন ঃ ১৯৪৮ চন। ৰহমৰীয়া, ডিব্ৰুগড়।**

মূল সভাৰ সভাপতি ঃ ইন্দ্ৰেশ্বৰ চুতীয়া।
মূল সভাৰ সম্পাদক ঃ কমল চন্দ্ৰ চুতীয়া।
ছাত্ৰ সন্মিলনৰ সভাপতি ঃ সোণাৰাম চুতীয়া (বি.এ.)
ছাত্ৰ সন্মিলনৰ সম্পাদক ঃ যোগেন্দ্ৰ নাথ বৰা (গোলাঘাট)
মহিলা সন্মিলনৰ সভানেত্ৰী ঃ ঘনকান্তি নেওগ।

**দশম অধিৱেশন ঃ ১৯৫০ চন। ফুলগুৰি, নগাঁও।**

মূল সভাৰ সভাপতি ঃ গকুলেশ্বৰ হাজৰিকা।
মূল সভাৰ সম্পাদকদ্বয় ঃ দেবেন্দ্ৰ নাথ বৰদলৈ, কমল চন্দ্ৰ চুতীয়া।
ছাত্ৰ সন্মিলনৰ সভাপতি ঃ সোণাৰাম চুতীয়া (বি.এ.)
ছাত্ৰ সন্মিলনৰ সম্পাদক ঃ জীৱন ৰাজখোৱা
মহিলা সন্মিলনৰ সভানেত্ৰী ঃ হেমপ্ৰভা ভৰালী।

**একাদশ অধিৱেশন ঃ ১৯৫৬ চন। মনাইমাজি, যোৰহাট।**

মূল সভাৰ সভাপতি ঃ পূৰ্ণ চন্দ্ৰ শইকীয়া।
মূল সভাৰ সম্পাদক ঃ যোগেন্দ্ৰ নাথ বৰা (বি. এল.)।
ছাত্ৰ সন্মিলনৰ সভাপতি ঃ সোণাৰাম চুতীয়া।
ছাত্ৰ সন্মিলনৰ সম্পাদক ঃ কুলধৰ চুতীয়া।

**দ্বাদশ অধিৱেশন ঃ ১৯৬১ চন। শালিকীহাট, গোলাঘাট।**

মূল সভাৰ সভাপতি ঃ পূৰ্ণ চন্দ্ৰ শইকীয়া।
মূল সভাৰ সম্পাদক ঃ ধৰ্মেশ্বৰ বৰুৱা (তিতাবৰ)।

**ত্ৰয়োদশ অধিৱেশন ঃ ১৯৬৩ চন। ভাত মৌ, উত্তৰ লক্ষীমপুৰ।**

মূল সভাৰ সভাপতি ঃ দেহীৰাম বৰা।
মূল সভাৰ সম্পাদক ঃ অন্ন চন্দ্ৰ শইকীয়া (এম. এ. এল. বি)।

**চতুৰ্দশ অধিৱেশন ঃ ১৯৬৮ চন।পীড়াকটা, যোৰহাট।**

মূল সভাৰ সভাপতি ঃ লক্ষীনাথ শইকীয়া (আমগুৰি)।

মূল সভাৰ সম্পাদক ঃ কোষেশ্বৰ বৰুৱা।

ছাত্ৰ সন্মিলনৰ সভাপতি ঃ ড. পদ্মধৰ শইকীয়া।

**পঞ্চদশ অধিৱেশন ঃ ১৯৬৯ চন। বৰপথাৰ, গোলাঘাট।**

মূল সভাৰ সভাপতি ঃ লক্ষীনাথ শইকীয়া।

মূল সভাৰ সম্পাদক ঃ কুলধৰ চুতীয়া।

যুব ছাত্ৰ সন্মিলনৰ সভাপতি ঃ কোষেশ্বৰ বৰুৱা।

মহিলা সন্মিলনৰ সভানেত্ৰী ঃ বেউলা বৰদলৈ।

**ষষ্ঠদশ অধিৱেশন ঃ ১৯৭০ চন। চৰাইবাহী, যোৰহাট।**

মূল সভাৰ সভাপতি ঃ গোলোক চন্দ্ৰ বৰা।

মূল সভাৰ সম্পাদক ঃ কুলধৰ চুতীয়া।

যুৱ ছাত্ৰ সন্মিলনৰ সভাপতি ঃ সভাৰাম দাস।

মহিলা সন্মিলনৰ সভানেত্ৰী ঃ সুবৰ্ণবালা বৰা।

**সপ্তদশ অধিৱেশন ঃ১৯৭২ চন। বৰুৱা গাঁও, গোলাঘাট।**

মূল সভাৰ সভাপতি ঃ গোলোক চন্দ্ৰ বৰা।

মূল সভাৰ সম্পাদক ঃ কুলধৰ চুতীয়া।

যুৱ ছাত্ৰ সন্মিলনৰ সভাপতি ঃ গজেন হাজৰিকা।

মহিলা সন্মিলনৰ সভানেত্ৰী ঃ কিৰণ নেওগ।

**অষ্টদশ অধিৱেশন ঃ ১৯৭৪ চন। (সোণালী জয়ন্তী) চাবিং।**

মূল সভাৰ সভাপতি ঃ পুণিৰাম হাজৰিকা (কমাৰবন্ধা)।

মূল সভাৰ সম্পাদক ঃ কুলধৰ চুতীয়া।

যুৱ ছাত্ৰ সন্মিলনৰ সভাপতি ঃ হৰেন্দ্ৰ নাথ ভূএগা।

মহিলা সন্মিলনৰ সভানেত্ৰী ঃ অন্নদা শইকীয়া (বোকাখাত)।

**উনবিংশ অধিৱেশন ঃ ১৯৭৬ চন। স্ফটিকাছোৱা, মৰাণ।**

মূল সভাৰ সভাপতি ঃ বুদ্ধিন্দ্ৰ নাথ ৰাজখনিকৰ (নিতাইপুখুৰী)।

মূল সভাৰ সম্পাদকদ্বয় ঃ কুলধৰ চুতীয়া আৰু শৰৎ শইকীয়া।

যুৱ ছাত্ৰ সন্মিলনৰ সভাপতি ঃ গহীন চুতীয়া।

মহিলা সন্মিলনৰ সভানেত্ৰী ঃ নীলিমা বৰা।

**বিংশ অধিৱেশন ঃ ১৯৭৯ চন। চুতীয়াকাৰী, উত্তৰ লক্ষীমপুৰ।**

মূল সভাৰ সভাপতি ঃ গোলোক চন্দ্ৰ বৰা।

মূল সভাৰ সম্পাদক ঃ কুলধৰ চুতীয়া।

**একবিংশ অধিৱেশন ঃ ১৯৮২ চন। কৈঁকুৰী বেৰেজীয়া, উত্তৰ লক্ষীমপুৰ।**

মূল সভাৰ সভাপতি ঃ কোষেশ্বৰ বৰুৱা।

মূল সভাৰ সম্পাদক ঃ মুক্তানাথ ভৰলী।

**দ্বাবিংশ অধিৱেশন ঃ ১৯৮৫ চন। কাছাৰী ময়দান, যোৰহাট।**

মূল সভাৰ সভাপতি ঃ কোষেশ্বৰ বৰুৱা।

মূল সভাৰ সম্পাদক ঃ মুক্তানাথ ভৰালী।

**ত্ৰয়োবিংশ অধিৱেশন ঃ ১৯৮৯ চন। কমাৰবন্ধা, গোলাঘাট।**

মূল সভাৰ সভাপতি ঃ কোষেশ্বৰ বৰুৱা।

মূল সভাৰ সম্পাদক ঃ প্ৰদীপ চুতীয়া।

**চতুৰ্বিংশ অধিৱেশন ঃ ১৯৯২ চন। আদৰকোনা, বদৰপুৰ।**

মূল সভাৰ সভাপতি ঃ কোষেশ্বৰ বৰুৱা।

মূল সভাৰ সম্পাদক ঃ লক্ষীধৰ বৰা।

যুৱ ছাত্ৰ সন্মিলনৰ সভাপতি ঃ জয়ন্ত চুতীয়া।

মহিলা সন্মিলনৰ সভানেত্ৰী ঃ চিনু শইকীয়া।

**পঞ্চ বিংশ অধিৱেশন ঃ ১৯৯৪ চন। তিনিচুকীয়া।**

মূল সভাৰ সভাপতি ঃ কোষেশ্বৰ বৰুৱা।

মূল সভাৰ সম্পাদক ঃ লক্ষীধৰ বড়া।

যুব ছাত্ৰ সন্মিলনৰ সভাপতি ঃ জিতেন শইকীয়া।

**ষষ্ঠ বিংশ অধিৱেশন ঃ ১৯৯৭ চন। মৰাণ।**

মূল সভাৰ সভাপতি ঃ কুলধৰ চুতীয়া।

মূল সভাৰ সম্পাদক ঃ নীল হাজৰিকা।

যুৱ ছাত্ৰ সন্মিলনৰ সভাপতি ঃ অজয় বৰা (কমাৰবন্ধা)।

**সপ্তবিংশ অধিৱেশন ঃ ২০০০ চন। (প্লেটিনাম জুবিলি), কমাৰবন্ধা।**

মূল সভাৰ সভাপতি ঃ শৰৎ শইকীয়া।

মূল সভাৰ সম্পাদক ঃ দিবাকৰ বৰা।

যুৱ ছাত্ৰ সন্মিলনৰ সভাপতি ঃ ৰাতুল হাজৰিকা।

মহিলা সন্মিলনৰ সভানেত্ৰী ঃ হেমপ্ৰভা বৰদলৈ।

**অষ্টবিংশ অধিৱেশন ঃ ২০০২ চন। গোগামুখ, ধেমাজী।**

মূল সভাৰ সভাপতি ঃ শৰৎ শইকীয়া।

মূল সভাৰ সম্পাদক ঃ ৰঞ্জিত চুতীয়া।

যুৱ ছাত্ৰ সন্মিলনৰ সভাপতি ঃ ৰাজেন শইকীয়া।

মহিলা সন্মিলনৰ সভানেত্ৰী ঃ হেমপ্ৰভা বৰদলৈ।

**ঊনত্ৰিংশ অধিৱেশন ঃ ২০০৫ চন। বৰহোলা, তিতাবৰ।**

মূল সভাৰ সভাপতি ঃ শৰৎ শইকীয়া।

মূল সভাৰ সম্পাদক ঃ হৰেন চুতীয়া।

যুব ছাত্ৰ সন্মিলনৰ সভাপতি ঃ ৰাজেন শইকীয়া।

যুব ছাত্ৰ সন্মিলনৰ সম্পাদক ঃ ধৰ্মপ্ৰাণ চুতীয়া।

মহিলা সন্মিলনৰ সভানেত্ৰী ঃ হেমপ্ৰভা বৰদলৈ।

এই খিনিতে কৈ থোৱা প্ৰয়োজন যে সদৌ চুতীয়া জাতি সন্মিলনৰ (পূৰ্বৰ নাম আসাম চুতীয়া সন্মিলনী, অসম চুতীয়া সন্মিলন ইত্যাদি) উপৰিও তাৰ সহযোগী সংগঠন হিচাপে সময়ে সময়ে নিম্নোক্ত সংগঠন সমূহৰ উল্লেখ পোৱা যায় ঃ

সদৌ অসম চুতীয়া যুৱক সন্মিলন

সদৌ চুতীয়া ছাত্ৰ সন্মিলন

সদৌ চুতীয়া জাতি যুব-ছাত্ৰ সন্মিলন

সদৌ চুতীয়া মহিলা সন্মিলন ইত্যাদি

মাজতে সদৌ চুতীয়া জাতি যুব ছাত্ৰ সন্মিলন, অসমৰ এখন স্মৃতিগ্ৰন্থত তলৰ বিজ্ঞাপনতো প্ৰকাশ পাইছিল ঃ

## সতৰ্ক, সতৰ্ক, সতৰ্ক

যিসকল লোকে চুতীয়া জাতিৰ লোক নিকৃষ্ট বুলি ভাবে; ঘৃণাৰ চকুৰে চায়, অথবা গালি পৰা, ঘৃণা কৰা বা ঠাট্টা কৰা অৰ্থত 'চুতীয়া' শব্দ ব্যৱহাৰ কৰে, তেখেতসকলক ইয়াৰ দ্বাৰাই সতৰ্ক কৰি দিয়া হ'ল। সন্মিলনৰ লগত জড়িত ব্যক্তিক আনে অপমানিত কৰিলে চুতীয়া জাতি জাতীয় ৰক্ষী বাহিনীয়ে উচিত কাৰ্য ব্যৱস্থা হাতত ল'ব।

- চুতীয়া জাতি জাতীয় ৰক্ষী বাহিনী

আপাত দৃষ্টিত সেইটো এটা উগ্ৰপন্থী সংগঠন যেন লাগিলেও উক্ত বিজ্ঞাপনৰ বাহিৰে সেই সংগঠনৰ অস্তিত্বৰ আন প্ৰমাণ পোৱা নগ'ল। চুতীয়া দৰবাৰ নামৰ আন এটা সংগঠনৰ বিষয়ে জনা গ'লেও তাৰো কোনো নথি-পত্ৰ পোৱা নগ'ল। চমুকৈ ক'বলৈ গ'লে মূলতঃ চুতীয়া (জাতি) সন্মিলন আৰু তাৰে পৰিপূৰকৰূপে তাৰ ভাতৃ ভগ্নী সংগঠন বিলাকে মিলি ভাল বেয়াৰ মাজেৰে বিগত আঠ দশকতকৈ অধিককাল চুতীয়া সম্প্ৰদায়ৰ নেতৃত্ব দি আহিছে আৰু যৌথভাবে এক জনগোষ্ঠীগত চেতনাৰ উন্মেষ ঘটাবলৈও সক্ষম হৈছে।

# বৰ্ণহিন্দু হ'বলৈ বিচাৰি ওপৰলৈ উধোৱাৰ আকাংক্ষা

## আৰ্য নে অনাৰ্য? ক্ষত্ৰিয় নে জনজাতি?

অসম তথা ভাৰতৰ, আনকি সমগ্ৰ পৃথিবীৰো বিভিন্ন জনগোষ্ঠীবোৰে আজি যেতিয়া আপোন পৰিচিতিৰ সন্ধানত নামিছে, তেতিয়া তেওঁলোকে নিজৰ শিপা বা মূলৰ (Roots) সন্ধানো কৰিব লগা হৈছে। ইতিহাসৰ অনিবাৰ্য সমন্বয়ৰ ফলত যেতিয়া জনগোষ্ঠীবোৰ সংমিশ্ৰিত হৈছে, আধুনিক বৃহত্তৰ জাতি গঠন প্ৰক্ৰিয়াত চামিল হৈছে তেতিয়া সিবিলাকে দ্বৈত বা ততোধিক উপৰ্যুপৰি সত্বা (overlapping identities) লাভ কৰিছে। উদাহৰণস্বৰূপে এজন মানুহ হয়তো বৰাহী চুতীয়া আছিল; এতিয়া বৰাহী ফৈদ সত্বা প্ৰায় বিলীন হৈ তেওঁৰ চুতীয়া গোষ্ঠী সত্বা শক্তিশালী হৈছে। কিন্তু তেওঁ যিমানেই চুতীয়া নহওঁক, তাতকৈ কোনোগুণে কম অসমীয়া নহয়। আকৌ একেসময়তে তেওঁ ভাৰতীয়ও। তাৰ সমান্তৰাল ভাবে হয়তো তেওঁ হিন্দু; কিন্তু কেৱল হিন্দু বুলি ক'লেও সম্পূৰ্ণ নহ'ব; হয়তো তেওঁ মহাপুৰুষীয়া পন্থাৰ শ্ৰী মন্ত শংকৰদেৱ সংঘৰ অনুগামী। একেজন মানুহৰে একেসময়তে ইমানখিনি বা ইয়াতকৈ বেছি সত্বা থাকিব পাৰে আৰু থাকেও। ফলত এই উপৰ্যুপৰি সত্বাবোৰৰ মাজত সম্পৰ্ক থাকে, আকৌ সংঘাতো থাকে।

আনহাতে নিজৰ পৰিচিতিৰ স্বৰূপ নিৰ্ণয় কৰিবলৈও গোষ্ঠী একোটাৰ বহু সময় লাগে। তাক লৈ দ্বন্দ্ব-দোমোজা-বিতৰ্কও অস্বাভাৱিক নহয়। চুতীয়া সকলৰ ক্ষেত্ৰতো আৰ্য বনাম অনাৰ্য পৰিচিতিৰ সংঘাত আৰম্ভণিৰ পৰা এতিয়ালৈকে পৰিলক্ষিত হয়। এসময়ত ক্ষত্ৰিয় বুলি পৰিচয় দিব বিচৰাৰ পৰা আজিৰ জনজাতীয় ৰূপে অনুসূচীকৰণৰ দাবীলৈও আছে এক সুদীৰ্ঘ পথপৰিক্ৰমা। চুতীয়াসকলৰ শিপাৰ সন্ধানে আৰ্যাবৰ্ত নে মহাচীন ক'লৈ লৈ যাব, তাক লৈও আছে চিন্তা আৰু চৰ্চা। বিগত প্ৰায় এক শতিকা জুৰি এই কিটা প্ৰশ্নক কেন্দ্ৰ কৰি চুতীয়া সমাজৰ মনন কিদৰে আবৰ্তিত হৈছে তাৰ এটি আভাস তলত দিয়া হৈছে।

আসাম চুতীয়া সন্মিলনৰ প্ৰথম অধিবেশনতে (১৯২৫) মুকলি সভাৰ সভাপতি ৰজনীকান্ত বৰদলৈয়ে দ্ব্যৰ্থহীনভাৱে ঘোষণা কৰিছিল ঃ '**এই নিঃকিনৈই ত্ৰয়োদশ বছৰৰ বাঁহীত প্ৰথমেই অসমীয়া ভাষাত আমাৰ চুতীয়া ভাতৃসকলৰ পূৰ্বগৌৰৱ পূৰ্ণ বৃত্তান্ত প্ৰকাশ কৰি অসমীয়া ৰাইজক জনাইছো যে আমাৰ চুতীয়া জাতিটো আগৰ সেই ক্ষত্ৰিয় ৰজা ভীষ্মকৰ বংশধৰ।**... স্বাধীনতা অৱস্থাত থকা কালত অৰ্থাৎ আহোমসকলৰ হাতত পৰাজিত হোৱাৰ আগলৈকে সমস্ত চুতীয়া জাতিটোৱেই সকলো

বিষয়তে হিন্দুৱেই আছিল। চুতীয়াৰ ৰজাসকলে হিন্দু ক্ষত্রিয়বংশী পাল ৰজা, কমতাপুৰৰ ৰজা এইসকলৰ সৈতে বিবাহ সূত্রত আবদ্ধ আছিল। বিবাহত হোম পুৰি বামুণে বেদোক্ত মন্ত্র উচ্চাৰণ কৰি চুতীয়াসকলৰ বিবাহ কাৰ্য সম্পন্ন কৰিছিল। চুতীয়াসকলৰ নিজৰ ভিতৰতেও আৰু মাজে-সময়ে আমাৰ অসমীয়া আন হিন্দুৰ সৈতেও বিবাহাদি আদান-প্রদান কৰিছিল। সম্পত্তিৰ উত্তৰাধিকাৰীও চুতীয়াসকলৰ মাজত হিন্দু দায়ভাগৰ নিয়মেই চলি আছে। শ্রাদ্ধ বিবাহাদি আদি সমস্তই হিন্দুৰ দৰে, কোনো বিভিন্নতা নাই। এই সমস্ত কাৰণে বৰ্তমানলৈকে হিন্দু চুতীয়াসকল সম্পূর্ণ ক্ষত্রিয় হিন্দুৱেই। .. চুতীয়াসকল কাশ্যপ গোত্রীয় ক্ষত্রিয়।'(৪৭)

চুতীয়া সন্মিলনৰ চতুৰ্থ অধিবেশনৰ (বানমুখ, শিৱসাগৰ ১৯৩০ চন) সভাপতিৰ অভিভাষণতো সভাপতি সৰ্বেশ্বৰ শৰ্মা কটকীয়ে চুতীয়াসকলক ক্ষত্রিয় বুলি প্রমাণ কৰিবলৈ লক্ষ্মীনাথ বেজবৰুৱাক উদ্ধৃত কৰি কয়ঃ

**'তীয়ক চুতীয়া বোলাত তেওঁক যে ক্ষত্রিয় বোলা হোৱা নাই এনে বুজিলে ভুল হ'ব। ভাৰতৰ প্ৰায় যুঁজাক জাতি মাত্ৰকে ক্ষত্রিয়।'** শৰ্মা কটকীয়ে নিজেও ইয়াৰ লগত যোগ দিয়ে যে 'আৰ্যসভ্যতা ভাৰতৰ পুব সীমাইদি বিস্তাৰিত কৰাৰ মতৰ সাপেক্ষে নানা প্রমাণৰ বস্তুও কিজানি পাব পাৰে।' (গুৰুত্ব আমাৰ)(৪৪)

'কিজানি' 'বোধকৰো' আদি শব্দ প্রয়োগ কৰি হ'লেও চুতীয়াসকলৰ ওপৰত আৰ্যত্ব-ক্ষত্রিয়ত্ব আৰোপ কৰাৰ এই প্রক্রিয়াই শীৰ্ষবিন্দু স্পর্শ কৰে ১৯২৯ চনত গোলাঘাট কমাৰবন্ধাত বহা আসাম চুতীয়া সন্মিলনৰ বিশেষ অধিবেশনত। এক অৰ্থত এই বিশেষ অধিবেশন, আৰু তাৰ তাৎপৰ্যই আজিলৈকে চুতীয়া সম্প্রদায় আৰু তাৰ পৰিস্থিতি আৰু মননৰ ওপৰত সুদূৰপ্ৰসাৰী আৰু দীৰ্ঘস্থায়ী প্রভাৱ পেলালে। গুণগত তথা তাত্ত্বিকভাৱে এই অধিবেশনক এক অন্য মাত্রা প্রদান কৰিলে ইয়াৰ সভাপতি ৰায়বাহাদুৰ গোপীকাবল্লভ গোস্বামীৰ ভাষণে।

নিজৰ অভিভাষণৰ আৰম্ভণিতে গোস্বামীয়ে কয়ঃ

'এই বিশেষ অধিবেশননো আজি কেনেকৈ হ'বলৈ পালে? অলপতে খোৱাং বোলা এঠাইত আসাম কছাৰী যুৱক সন্মিলনীৰ তৃতীয় অধিবেশন হৈ গ'ল। সেই অধিৱেশনত আমাৰ শ্ৰদ্ধাস্পদ শ্রীযুত বেণুধৰ ৰাজখোৱা, বি.এ. দেৱ সভাপতি আছিল। তেখেতে তেখেতৰ অভিভাষণত চুতীয়া জাতিৰ সম্বন্ধে কেইটামান মন্তব্য কৰিছিল। যেনেঃ

(১) কছাৰীৰ দৰে চুতীয়াও বড়ো জাতিৰ মানুহ (পৃঃ২)

(২) চুতীয়াও কছাৰীৰ ঠাল-ঠেঙুলি মাথোন (পৃঃ৮)

(৩) ৰুক্মিণী দৰাচলে কছাৰী জীয়ৰী আছিল (পৃ১০)

ৰাজখোৱা ডাঙৰীয়াৰ অভিভাষণত চুতীয়া জাতিক উপলক্ষ কৰি এনেকৈ ইতিকিং

কৰি মন্তব্য প্ৰকাশ কৰাত সদৌ চুতীয়া জাতিয়ে মনত গুৰুতৰ আঘাত পাই সেইকথাৰ সেই মন্তব্য বিলাকৰ প্ৰতিবাদ কৰিবৰ অৰ্থে আজি এই বিশেষ সভা আহ্বান কৰিছে।

... ৰাজখোৱা ডাঙৰীয়াৰ ওপৰত আমাৰ আন্তৰিক শ্ৰদ্ধা আছে। তেখেতৰ নিচিনা এজন বয়োবৃদ্ধ মানুহে অপ্ৰিয়, অপ্ৰাসংগিক আৰু অসত্য কথা কৈ এটি অতীত কালৰ প্ৰবল পৰাক্ৰান্ত জাতিৰ মনত আৰু হৃদয়ত এনেভাৱে আঘাত লগাব এইটো বৰ দুখৰ কথা। তেখেতৰ অভিভাষণত চুতীয়া জাতিলৈ বিদ্ৰূপ কৰি লিখা কথা কেইফাঁকি তেখেতে নেলেখাহেঁতেন বোধকৰোঁ তেখেতৰ অভিভাষণ, অসম্পূৰ্ণ বা কোনো প্ৰকাৰে মূল্যৰ লাঘৱ নহ'লহেঁতেন।' (৪৯)

ওপৰৰ মন্তব্যটিত ব্যৱহৃত 'ইতিকিং', 'গুৰুতৰ আঘাত', 'অপ্ৰিয়', 'অপ্ৰাসংগিক', 'অসত্য', 'মনত আৰু হৃদয়ত আঘাত', 'বিদ্ৰূপ' আদি শব্দবিলাকৰ ব্যৱহাৰ নিৰপেক্ষ দৃষ্টিত প্ৰৰোচনাপূৰ্ণ বুলি বিবেচিত হ'বলৈ বাধ্য। এনে কথাই দুটা সম্প্ৰদায়ৰ মাজত স্থায়ীভাৱে ভুল বুজাবুজিৰ সৃষ্টি কৰাৰ আশংকা নুই কৰিব নোৱাৰি।

উল্লেখযোগ্য যে চুতীয়া আৰু কছাৰী দুয়ো সম্প্ৰদায়ৰ সাদৃশ্য বৈসাদৃশ্য বিচাৰ কৰি ব্ৰিটিছ চাহাব গৱেষকসকলে কোৱা কথাৰ পৰা দুটা কথা প্ৰকাশ পায়ঃ

'১। চুতীয়াৰ ভাষাৰ সৈতে কছাৰী ভাষাৰ মিল আছে।

২। সেই দেখিয়েই অৰ্থাৎ ভাষাৰ মিল থকা হেতুকেই চুতীয়া আৰু কছাৰী দুয়ো পোনতে একে জাতি হ'ব পাৰে ... গোস্বামীয়ে অভিযোগ কৰে যে উক্ত দুই ধাৰণাৰ ওপৰত ভিত্তি কৰি চুতীয়া আৰু কছাৰীৰ নিকট সম্পৰ্ক দেখুৱাই ৰাজখোৱাই ভয়ংকৰ অপৰাধ কৰিছে। গোস্বামীৰ ভাষাতঃ 'ভালকৈ নপঢ়া নুশুনাকৈ দুজন বা এজন চাহাবৰ অনুমানৰ ওপৰত নিৰ্ভৰ কৰি ইতিহাস থকা বহুকলীয়া পুৰণা জাতিক অযথা আক্ৰমণ কৰি বেজাৰ দিয়াটো ৰাজখোৱা ডাঙৰীয়াৰ যে ঘোৰ অন্যায় হৈছে তাক নুই কৰিব নোৱাৰি।'

ৰুক্মিণীক কছাৰী জীয়ৰী বোলা ৰাজখোৱাৰ উক্তিৰ দোৰ্ঘোৰ প্ৰতিবাদ কৰি গোস্বামীয়ে কয়, 'এই মতটিনো ৰাজখোৱা ডাঙৰীয়াই ক'ৰ পৰা পালে কোনো প্ৰমাণ দিয়া হ'লে বুজিব পাৰিলোহেঁতেন। কোনো প্ৰমাণ উল্লেখ নকৰাকৈ ইমান ডাঙৰ কথা এষাৰ কোৱা তেখেতৰ ঘোৰ অন্যায় নুবুলি নোৱাৰোঁ। যি ৰুক্মিণীক আজি ৫০০০ বছৰৰ পৰা হিন্দু জাতিয়ে ভগৱতী বুলি ভাবি আহিছে, তেনে দেৱীক কছাৰী জীয়ৰী বুলি অন্যায় ইতিকিং কৰি লক্ষ লক্ষ হিন্দুৰ প্ৰাণত আঘাত দিয়াটো ৰাজখোৱাৰ নিচিনা বয়োবৃদ্ধ মানুহৰ পক্ষে কিমান যুক্তিসংগত হৈছে ৰাইজসকলে ভাবি চাব।'(৫০)

এই বক্তব্যবোৰত ফুটি উঠা কেতবোৰ ধাৰণা হ'ল ঃ (১) চুতীয়া আৰু কছাৰীৰ মাজত কোনো সম্পৰ্ক অসম্ভৱ।

(২) চুতীয়া সকল আৰ্য হিন্দু আৰু কছাৰীসকল অনাৰ্য অহিন্দু

(৩) ৰুক্মিণীৰ লগত কছাৰীসকলে কিবা সম্পৰ্ক দেখুৱাব খুজিলে সি হ'ব লক্ষ

লক্ষ হিন্দুৰ প্ৰাণত অন্যায় আঘাত।

সামৰণিত গোস্বামীয়ে পুনৰ ন-দি কৈছিল **'চুতীয়া জাতিৰ লগত কছাৰী জাতিৰ কোনো সম্পৰ্ক নাই আৰু চুতীয়া জাতি ক্ষত্ৰিয়ৰ বাহিৰে অন্য কোনো জাতি বুলিব নোৱাৰি।'(91) (গুৰুত্ব আমাৰ)**

কোৱা বাহুল্য যে এই বিশেষ অধিবেশন আৰু তাত দিয়া গোপীকাবল্লভ গোস্বামীৰ উক্ত সভাপতিৰ অভিভাষণ চুতীয়া সন্মিলনৰ বাবে একধৰণৰ নীতি-ঘোষণা (**Policy Statement**) ৰ দৰে হ'ল। একাদিক্ৰমে ছখন (পাঁচখন নিয়মিত আৰু এখন বিশেষ) অধিবেশনত পুনৰাবৃত্তি কৰা একেটা চিন্তাধাৰা আৰু দৃষ্টিভংগীৰ তাত্বিক সংহতকৰণ ঘটে গোস্বামীৰ এই অভিভাষণ-দলিলৰ মাজেৰে। ইয়াৰ পাছত পঞ্চম অধিবেশন অনুষ্ঠিত হ'লেও তাৰ সভাপতি ৰায়বাহাদুৰ বৃন্দাবন চন্দ্ৰ গোস্বামীয়েও গোপীকাবল্লভ গোস্বামীৰ আৰ্হিৰেই চুতীয়াসকল যে ক্ষত্ৰিয় তাকে দোহাৰে মাত্ৰ।(92)

কিন্তু প্ৰথমৰ পৰা পঞ্চম অধিবেশনলৈকে সভাপতিত্ব কৰা ব্যক্তিসকল বা তেখেতসকলৰ সমমনোভাবাপন্নসকলৰ উক্ত আৰ্য হিন্দুত্ববাদী ব্যাখ্যাৰ বিপৰীতে বক্তব্য আহিল চুতীয়াসকলৰ মাজৰ পৰাই। বিশিষ্ট চুতীয়া লেখক চিন্তাবিদ ললিত চুতীয়াই কয় ঃ

(আহোমৰ আক্ৰমণৰ পাছত) 'চুতীয়াসকলৰ ওপৰত দ্বিতীয়টো জঘন্যতম আক্ৰমণ আহিল ব্ৰাহ্মণ্যবাদৰ পৰা। ব্ৰাহ্মণ্যবাদে চুতীয়াসকলক জনজাতীয় মূলসুঁতিৰ পৰা বিচ্ছিন্ন কৰি একেবাৰে নিশকতীয়া কৰিলে;(93) তাতোকৈ গুৰুতৰ অভিযোগ উত্থাপন কৰি চুতীয়াই কয় ঃ

'১৯২৫ চনত অসম চুতীয়া সন্মিলন প্ৰতিষ্ঠিত হয়। প্ৰতিষ্ঠা দিনৰ পৰা ১৯৩৫ চনলৈকে মুঠ ছয়খন সন্মিলন অনুষ্ঠিত হৈছিল। এই ছয়োখন অধিবেশনৰ মুকলি সভাত সভাপতিত্ব কৰিছিল গোসাঁই, ব্ৰাহ্মণ আদি বৰ্ণহিন্দু লোকে। এইসকলে চুতীয়াসকলক উচ্চ হিন্দু ক্ষত্ৰিয় জাতিৰ লোক বুলি দোহাৰি আহিছিল। শ্ৰী কোষেশ্বৰ বৰুৱাই চুতীয়া সন্মিলনৰ মহাৰজত জয়ন্তীৰ স্মৃতিগ্ৰন্থৰ এটা প্ৰবন্ধত লিখিছে যে খোৱাঙত বহা অসম কছাৰী যুৱ সন্মিলনৰ সভাত সু সাহিত্যিক বেণুধৰ ৰাজখোৱাই তেখেতৰ সভাপতিৰ ভাষণত (কৈছিল যে) কছাৰীৰ দৰে চুতীয়াও বড়ো জাতিৰ মানুহ, চুতীয়া কছাৰীৰ ঠাল ঠেঙুলি আৰু ৰুক্মিণী কছাৰী জীয়ৰী আছিল। চুতীয়াসকলক উচ্চ হিন্দুৰ পৰা নমাই নিয়াত অসম চুতীয়া সন্মিলন জাঙুৰ খাই উঠিল। ইয়াৰ প্ৰতিবাদকল্পে ১৯২৯ চনত গোলাঘাটৰ কমাৰবন্ধাত গোপীকাবল্লভ গোস্বামীদেৱৰ সভাপতিত্বত এখন বিশেষ অধিবেশন পাতি গোস্বামীদেৱৰ লিখিত ভাষণত (১) চুতীয়া জাতি ক্ষত্ৰিয়ৰ বাহিৰে আন জাতি বুলিব নোৱাৰি (২) চুতীয়া জাতিৰ লগত কছাৰী জাতিৰ কোনো সম্পৰ্ক নাই' বুলি লিখোৱাই লোৱাৰ পিছতহে চুতীয়া সন্মিলনৰ নেতাসকলৰ হিয়া জুৰ পৰে।'(94)

... চুতীয়াই আৰু অভিযোগ কৰে যে ব্ৰাহ্মণ্যবাদৰ প্ৰভাৱত পৰা একাংশ চুতীয়া নেতাৰ উচ্চ জাত্যাভিমানেই দৰিদ্ৰ আৰু নিৰক্ষৰ চুতীয়া লোকসকলক জনজাতীয় মূলসুঁতিৰ পৰা বিচ্ছিন্ন কৰি পেলালে।(95)

এই ক্ষেত্ৰত মন কৰিবলগীয়া আন এটি দিশ হ'ল এই যে চুতীয়া জাতিৰ চিন্তা-চেতনাৰ ওপৰত প্ৰভাৱ পেলোৱা এই প্ৰথমছোৱাৰ অনা-চুতীয়াসকলৰ কে'বাজনো আছিল ৰায়চাহাব বা আনকি ৰায়বাহাদুৰ। উদাহৰণ স্বৰূপে ১৮৯৩-৯৪ চনতে **'জোনাকী'ৰ** পাতত চুতীয়া সম্প্ৰদায়ৰ বিষয়ে প্ৰবন্ধ লিখা কনকলাল বৰুৱা আছিল ৰায়বাহাদুৰ, তৃতীয় অধিবেশনৰ সভাপতি গোলাপ চন্দ্ৰ বৰুৱা আছিল ৰায়চাহাব, চতুৰ্থ অধিবেশনৰ সভাপতি আছিল ৰায়বাহাদুৰ বৃন্দাবন চন্দ্ৰ গোস্বামী, আনকি ১৯২৯ চনৰ বিশেষ অধিবেশনৰ সভাপতিও আছিল ৰায় বাহাদুৰ গোপীকাবল্লভ গোস্বামী। এতেকে প্ৰথম ৫-৬ খন অধিবেশনত আৰ্যতত্বৰ প্ৰভাৱ, বৰ্ণহিন্দুৰ সভাপতিত্ব আৰু তেওঁলোকৰ ব্ৰিটিছ-বিশ্বস্ততা (এজন ব্ৰিটিছ বিশ্বস্ত ভাৰতীয়ই ব্ৰিটিছৰ পৰা পাব পৰা সৰ্বোচ্চ সন্মান আছিল ৰায়বাহাদুৰ) নিশ্চয় বিচ্ছিন্ন ঘটনা নাছিল, বৰং সিবিলাকৰ মাজত আছিল গভীৰ আন্তঃসংযোগ।

ঘটনাক্ৰমে ১৮৯৩ চনতে চুতীয়া সম্প্ৰদায়ৰ বিষয়ে প্ৰবন্ধ লেখা ৰায়বাহাদুৰ কনকলাল বৰুৱা, আৰু সভাপতিসকল নীলমণি ফুকন, ৰায়বাহাদুৰ বৃন্দাবন চন্দ্ৰ গোস্বামী, ৰায় বাহাদুৰ গোপীকাবল্লভ গোস্বামীৰ বিৰুদ্ধে অসমৰ দলিত-নিপীড়িত সম্প্ৰদায় সমূহৰ বিভিন্ন বিক্ষোভ-অভিযোগ পৰিলক্ষিত হয়। সেই বিলাক এনে ধৰণৰ ঃ

(১) (ক) কনকলাল বৰুৱা ইমানেই জাতি-বৰ্ণবাদী আছিল যে তেখেতৰ সৈতে একে সত্ৰৰ সেৱক হোৱা সত্বেও, অসমৰ বৰেণ্য দলিত নেতা সোণাধৰ দাস সেনাপতিৰ পত্নী (প্ৰয়াত শিক্ষাবিদ ইন্দিৰা মিৰিৰ মাতৃ) দিব্যকান্তিৰ মৃত্যুৰ পাছতো, শৱদেহ ২৪ ঘণ্টা চোতালত পৰি থকাৰ পাছতো, 'হৰিভকত' কনকলাল বৰুৱা আগবাঢ়ি নাহিল; যিহেতু সোণাধৰ দাস সেনাপতি অনুসূচিত জাতিৰ লোক।(96)

১। (খ) অসমৰ জনজাতিসকলৰ উদীয়মান নেতা ভীমবৰ দেউৰীক কেৱল জনজাতি হোৱাৰ অপৰাধতে ই.এ.চি. চাকৰিৰ পৰা বঞ্চিত কৰাৰ আঁৰত আছিল কনকলাল বৰুৱা। এই অভিযোগ স্বয়ং ভীমবৰ দেউৰীৰ ভাতৃ টংকেশ্বৰদেউৰীৰ।(97)

২। (ক) নীলমণি ফুকন আছিল দোৰ্ঘোৰ উগ্ৰজাতীয়তাবাদী আৰু জনজাতি বিৰোধী। তেওঁৰ এনে অৱস্থানৰ ফলতে জনজাতিসকল অসমৰ পৰা আঁতৰি গৈছিল; সৰ্বদলীয় পাৰ্বত্য নেতা সন্মিলনৰ নেতা (পাছলৈ মেঘালয়ৰ মুখ্যমন্ত্ৰী) কেপ্টেইন উইলিয়ামচন চাংমাই এই অভিযোগ কৰিছিল।(98)

২। (খ) অসমৰ জনজাতি আন্দোলন সমূহৰ বিকাশৰ সম্পৰ্কত গৱেষণামূলক অনুসন্ধান চলাই থকা ইন্দিবৰ দেউৰীয়ে (তেখেত বিশিষ্ট জনজাতি নেতা ভীমবৰ দেউৰীৰো পুত্ৰ) নীলমণি ফুকনৰ সম্পৰ্কত এনেদৰে মন্তব্য কৰিবলৈ বাধ্য হৈছে ঃ

'উল্লেখযোগ্য যে বাগ্মীবৰ নীলমণি ফুকনকে আদি কৰি কোনো অসমীয়া সদস্যই সংশোধিত পৰিষদত বঞ্চিত, অনুন্নত জনগোষ্ঠীসমূহৰ সপক্ষে এবাৰো মাত মতা নাছিল।'(99)

৩। (ক) অধিবেশনৰ সভাপতি ৰায়বাহাদুৰ বৃন্দাবন চন্দ্ৰ গোস্বামী আকৌ আছিল হিন্দু মহাসভাৰ সাম্প্ৰদায়িক নেতা।(100)

(খ) গোস্বামী ইমানেই গোড়া ব্ৰাহ্মণ্যবাদী আৰু শূদ্ৰ বিৰোধী আছিল যে তেওঁক নিৰ্বাচনত পৰাজিত কৰিবৰ বাবে আনএটা নিপীড়িত জনগোষ্ঠী কোচ ৰাজবংশীৰ নেতা তথা শ্ৰীমন্ত শংকৰদেৱ সংঘৰ প্ৰতিষ্ঠাপক হলধৰ ভূএগাই সংঘৰ আন এজন প্ৰতিষ্ঠাপক ৰমাকান্ত মুক্তিয়াৰ আতাৰ সৈতে মিলি অহোপুৰুষাৰ্থ কৰিব লগা হৈছিল। কেৱল সিমানেই নহয় নগাঁও জিলাত স্বাধীনতা আন্দোলনৰ ধামখুমীয়াৰ মাজতে সুগভীৰ ব্ৰাহ্মণ-শূদ্ৰ বিৰোধিৰ ফলত যেতিয়া জিলা কংগ্ৰেছ ভাঙি পৰিবৰ উপক্ৰম হ'ল তেতিয়া জিলা সভাপতি কনক চন্দ্ৰ শৰ্মাক পদত্যাগ কৰোৱাৰ আঁৰতো আছিল হিন্দু মহাসভাৰ নেতা এইজন ৰায়বাহাদুৰ বৃন্দাবন চন্দ্ৰ গোস্বামীয়েই।(101)

৪। ১৯২৯ চনৰ বিশেষ অধিবেশনৰ সভাপতি ৰায়বাহাদুৰ গোপীকাবল্লভ গোস্বামীৰ বিৰুদ্ধে চুতীয়া-বুদ্ধিজীৱী ললিত চুতীয়াৰ অভিযোগ ইতিমধ্যেই ইয়াত উল্লেখিত হৈছে।

এই সমূহ অভিযোগৰ সাদৃশ্য, আন্তঃ সম্পৰ্ক আৰু সিবিলাকৰ মাজত বিৰাজ কৰা যুক্তিৰ ঐক্যই সিবিলাকৰ গুৰুত্ব সাব্যস্ত কৰে।

যিকি নহওক, পঞ্চম অধিবেশনৰ পাছত চুতীয়া সন্মিলনৰ সভাপতিৰ পদবীলৈ এনেবোৰ কাৰণতেই এটা চিৰস্থায়ী পৰিবৰ্তন আহিল। সভাপতিৰ আসন কিয় কেৱল বৰ্ণ হিন্দুসকলে শুৱাব আৰু চুতীয়াই নিজে সেই আসনৰ কাহানিও যোগ্য নহ'ব নেকি, এই প্ৰশ্নৰ মীমাংসা হিচাপে সভাপতিৰ আসনলৈ যোগ্য চুতীয়া ব্যক্তিকে মতা ঠিৰাং হ'ল। ১৯৩৫ চনৰ পৰা আজিলৈকে সেই ধাৰণাই বাহাল আছে। নিজা সম্প্ৰদায়ৰ ব্যক্তিৰে নিজা সংগঠনৰ নেতৃত্ব পূৰোৱা নিশ্চিত ভাৱেই আত্ম চেতনাৰ পৰিচায়ক। অৱশ্যে নিজা সম্প্ৰদায়ৰ হ'লেও একোজন ব্যক্তি বৰ্হিপ্ৰভাৱৰ, এই ক্ষেত্ৰত ব্ৰাহ্মণ্যবাদী প্ৰভাৱৰ, পৰা মুক্ত হয় নে নহয় সেয়া অন্য এক প্ৰসংগ।

## বৰ্ণ হিন্দুৰ পৰা জনজাতিৰ দাবীলৈ

আৰ্য অনাৰ্য বিতৰ্কৰ লগতে তাল মিলাই চুতীয়াসকলৰ পৰিচিতি সম্পৰ্কীয় এক প্ৰশ্ন আজিও ওলমি ৰৈছে। চুতীয়াসকলৰ বাস্তৱ বা আকাংক্ষিত স্থিতিৰ এই বিবৰ্তনক আমি এক ৰেখা চিত্ৰৰে এনেকৈ বুজাব পাৰোঁ।




স্ব-আকাংক্ষিতই হওক বা অন্য আৰোপিতই হওক চুতীয়াসকল বৰ্ণহিন্দু হ'ব খোজাৰ কথা ইতিমধ্যে উল্লেখ কৰা হৈছে। একাংশ বৰ্ণহিন্দু বুদ্ধিজীবীৰ পৰামৰ্শমতে চুতীয়াসকলক আন জনজাতীয় বা পাছপৰা শ্ৰেণীৰ পৰা নিলগাই আনি ব্ৰিটিছে যেন বিশেষ মৰ্যাদা যাচিব আৰু হিত সাধিবৰ মানস কৰিছে, তেনে এক ধাৰণা এসময়ত সৃষ্ট হৈছিল।

সেই সময়ত চুতীয়াসকলে অনুঃজাতি / জনজাতি হ'বলৈতো বিচৰা নাছিলেই বৰং দেউৰীসকলৰ জনজাতি পৰিচিতিৰো বিৰোধিতাহে কৰিছিল। এই বিষয়ে কুল চুতীয়াই এনেকৈ জনাইছে ঃ

## চুতীয়াসকল হ'ল অনুসূচিত জাতি

'১৯৩৫ চন। ইংৰাজ শাসনত ভাৰতবৰ্ষৰ জাতি, জনজাতিসকলক অনুসূচীত চিহ্নিত কৰাৰ উদ্দেশ্যে চাইমন কমিশ্যন গঠন হ'ল। চাইমন কমিশ্যনে পৰামৰ্শ আগবঢ়ালে চুতীয়া জাতিক অনুসূচীত জাতিত অন্তৰ্ভুক্ত কৰাৰ। চুতীয়া সন্মিলনে ইয়াৰ বিৰোধিতা কৰিলে। কাৰণ বুৰঞ্জীয়ে ঢুকি নোপোৱা কালৰে পৰা শাসনৰ বাঘজৰী ধৰি থকা ৰাজ শক্তি সম্পন্ন আদিবাসী জাতিক অনুসূচীত জাতিত অন্তৰ্ভুক্ত কৰাৰ যুক্তি নাই।

কিন্তু ফাট মেলিলে এই খিনিতে চুতীয়া সন্মিলনৰ। কূটনীতিবিদ ব্ৰিটিছৰ উদ্দেশ্য সফল হ'ল। ভীমবৰ দেউৰী চুতীয়া সন্মিলনৰ পৰা ফালৰি কাটিল।'(102)

মন কৰিবলগীয়া যে কুল চুতীয়াৰ এই বক্তব্যৰ লগত বৰ্ণহিন্দু কৰণৰ ষড়যন্ত্ৰ সংক্ৰান্তত ললিত চুতীয়াৰ ইতিমধ্যে উদ্ধৃত অভিযোগৰ মিল আছে।

নিজে জনজাতি হোৱাটো দূৰৰ কথা, দেউৰীসকলকো জড়োপাসক (animist) ফৈদৰ পৰা আঁতৰাই হিন্দু পন্থাৰ ভিতৰত ভৰাই লোৱাৰ বাবেহে চেষ্টা চলোৱা

হ'ল। আসাম চুতীয়া সন্মিলনৰ চতুৰ্থ অধিবেশন (১৯৩০)ৰ তৃতীয় প্ৰস্তাৱত কোৱা হয়ঃ

'যেহেতু আসামৰ দেউৰীবিলাক কোনো এক সুকীয়া সম্প্ৰদায় নহয় আৰু যেহেতু এতিয়া গভৰ্ণমেণ্টে সিবিলাকক জড়োপাসক বুলি লেখত ধৰে, আজিৰ সন্মিলনে প্ৰস্তাৱ কৰে যে এতিয়াৰ পৰা সিবিলাকক সুকীয়া এটা জড়োপাসক সম্প্ৰদায় নেপাতি চুতীয়াৰ অন্তৰ্ভুক্ত বুলি ধৰা হওক।'(103)

কোৱা বাহুল্য যে দেউৰীসকলে এই আহ্বানৰ প্ৰতি কোনো সঁহাৰি জনোৱাৰ প্ৰয়োজন অনুভৱ নকৰিলে। তেওঁলোকে জড়োপাসক-জনজাতিৰূপে অনুসূচীকৰণ হৈয়ে সুখে সন্তোষে থাকিল।

# চুতীয়াসকলৰ বৰ্ণহিন্দুত্ব আৰু পৰবৰ্তী পৰিস্থিতি

প্ৰাপ্ত তথ্যৰ ভিত্তিত ১৯৩৫ চনৰ পৰা অন্ততঃ দুই দশক জুৰি চুতীয়াসকলক বৰ্ণহিন্দু বুলি গণ্য কৰা হৈছিল বুলি ধাৰণা হয়। চুতীয়া সন্মিলনৰ ১৯৯৭ চনৰ মৰাণ অধিবেশনৰ স্মৃতিগ্ৰন্থৰ সম্পাদকীয়ত কোৱা হয়ঃ

'তাহানি ব্ৰিটিছৰ দিনতে চুতীয়া জাতি ভৈয়াম অনুসূচীত জনজাতিৰ তালিকাযুক্ত (?) আছিল যদিও সেই সময়ৰ সদৌ চুতীয়া সন্মিলনে (বোধহয় ১৯৩৫) দাবী উত্থাপন কৰি বৰ্ণহিন্দুৰ শাৰীলৈ উন্নীত কৰালে, কিন্তু ফলত আমাৰ জাতো গ'ল পেটো নভৰিল অৰ্থাৎ উত্তৰ পুৰুষে মাচুল ৰেহাই, কাৰিকৰী শিক্ষা আৰু চাকৰি আদিৰ আসন সংৰক্ষণৰ পৰা বঞ্চিত হ'ব লগা হ'ল।'(104)

এই খিনিতেই মন কৰিবলগীয়া যে নিজা দাবী অনুসৰিয়েই (দলিত জাতি বা Depressed Classes অৰ অন্তৰ্ভুক্ত নহৈ) গোপীকাবল্লভ গোস্বামীসকলে দেখুৱা পথেৰে গৈ বৰ্ণহিন্দু হোৱা চুতীয়াসকলে এঘাৰ বছৰৰ ভিতৰতে বৰ্ণহিন্দু ভাবত অতীষ্ঠ হৈ পৰিল। স্বাধীনতাৰ উপকণ্ঠত বৈ তেওঁলোকে দাবী তুলিলে বৰ্ণহিন্দুৰ তালিকাৰ পৰা তেওঁলোকক বাহিৰ কৰাৰ। ১৯৪৬ চনত প্ৰদত্ত এক স্মাৰকপত্ৰত তেওঁলোকে স্পষ্টকৈয়ে ক'লে ঃ

**'Inter marriage and inter dining are still prohibited with others of the Caste Hindus though politically the Chutias are calculated to be a part of the so-called Caste Hindu Group.'** (105)

অন্যান্য বৰ্ণ হিন্দুসকল তথা চৰকাৰৰ বিৰুদ্ধে অবহেলাৰ অভিযোগ সুস্পষ্টকৈ উত্থাপন কৰি এই স্মাৰকপত্ৰত কোৱা হৈছিল ঃ

'The Chutias are long suffering these silent miseries without any redress and encouragement from the Govt. and sympa-

thy from the advanced brothers and leaders of the Caste Hindus... Not only the Government is indifferent but their other Caste Hindu brothers in power are also taking no notice of the sad lot of Chutias and are not raising a voice on their behalf. Their condition is far worse. than that of the Depressed Classes or the Tribals whom we generally think to be the most undeveloped and most backward.'(106)

বৰ্ণহিন্দুত্বই সাধন কৰা এনে ক্ষতিৰ উপলব্ধিৰে চুতীয়া সন্মিলনে সেয়েহে বিচাৰিলেঃ

'a separate political existence and political rights as a minority in statutory form in the new Constitutional machinery to be set up'.(107)

উল্লেখযোগ্য যে ঠিক এইখিনি সময়তে আহোম সকলেও সংখ্যালঘুৰূপে স্বীকৃতিৰ দাবীটোকে প্ৰধানতঃ তুলিছিল।(108)

ইয়াৰ পৰা দেখা যায় যে ২০-১২-১৯৪৬ তাৰিখে অৰ্থাৎ আসন্ন স্বাধীনতাৰ দুৱাৰদলিত বৈ অনাগত সংবিধানৰ পৰা চুতীয়াসকলে মাত্ৰ বিচাৰিলে (১) এসময়ত নিজে আকাংক্ষ্যা কৰা বৰ্ণহিন্দু 'মৰ্যাদা'ৰ অৱসান আৰু (২) পাছপৰা সংখ্যালঘুৰূপে স্বীকৃতি আৰু সুৰক্ষা।

সমসাময়িক আন দলিল দস্তাবেজেও এই কথাৰ তথ্যগত যথাৰ্থতা প্ৰমাণ কৰে। উদাহৰণস্বৰূপে সেই সময়ৰ বিশিষ্ট আহোম নেতা সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঞিয়ে তেতিয়াৰ অসমৰ গৰ্ভণৰ চাৰ এণ্ড্ৰু ক্লৈলৈ ৭ এপ্ৰিল ১৯৪৭ তাৰিখে লিখা এখন চিঠিত কয় ঃ

'In page 1 of the enclosed memorandum entitled *Demands of the Tribal Communities of Assam*, the Caste Hindu population has been put at 24 lakhs. From this figure 2 lakhs Chutias, 2 lakh Manipuris outside Manipur state, 2 lakh Nepalis or Gurkhas and at least Koch Rajbangshis will have to be deducted. All these communities have since been demanding separate political identities outside of the Caste Hindu fold.'(109)

বুঢ়াগোহাঞিৰ এই কথা চুতীয়াসকলৰ নিজা দাবীৰ লগত সম্পূৰ্ণভাৱে সামঞ্জস্যপূৰ্ণ। তাতোকৈও ডাঙৰ কথা হ'ল আহোমসকলকে ধৰি বৰ্ণহিন্দুৰ সংজ্ঞাৰ ভিতৰত বন্দী আন ভালেমান সম্প্ৰদায়ে সেই সংজ্ঞাৰ পৰা মুক্তি বিচাৰিছিল। এয়াই আছিল সংবিধান সভাৰ সম্ভাৱনাৰ সমুখত অসমৰ নিপীড়িত সম্প্ৰদায়সমূহৰ দাবী।

স্বাধীনতাই তেওঁলোকক আনন্দিত নকৰিলে, হতাশহে কৰিলে। ১৯৫৩ চনত প্ৰদত্ত চুতীয়াসকলৰ পৰৱৰ্তী স্মাৰকপত্ৰৰ পৰাও দেখা যায় যে তেওঁলোকে বৰ্ণহিন্দুত্বৰ

বন্দীত্বৰ পৰা মুক্তি পাবলৈ যুঁজিয়েই যাব লগা হৈছে। ১৯৫৩ চনত অসমলৈ অহা অনুন্নত সম্প্ৰদায় তদন্ত আয়োগৰ সমুখত প্ৰদত্ত সদৌ অসম চুতীয়া সন্মিলনৰ স্মাৰকপত্ৰখনৰ প্ৰথম বাক্যটোৱেই আছিল ঃ

**'অসমত চুতীয়া সম্প্ৰদায়টোৱেই আটাইতকৈ অনুন্নত আৰু পিচপৰা জাতি.. চুতীয়াসকলক বৰ্তমানৰ চৰকাৰৰ কালৰ পৰা বৰ্ণহিন্দুৰ লগত ৰাখিছে যদিও দুৰ্ভাগ্যবশতঃ তেওঁলোকে বৰ্ণহিন্দুৰ অন্যকেইটা জাতিৰ লগত বিয়াবাক বা খোৱা বোৱা আদিত লগ লাগিব পৰা সুবিধা ঘটনা নাই।'(110)**

স্মাৰকপত্ৰখনত চুতীয়াসকলৰ সৰ্বাত্মকভাবে শোচনীয় অবস্থাৰ পৰিপ্ৰেক্ষিতত তেওঁলোকক অনুসূচীত জনজাতিৰূপে স্বীকৃতি দিবলৈ দাবী জনোৱা হৈছিল।

কিন্তু সেই স্মাৰকপত্ৰৰ জনজাতিকৰণৰ দাবী বোধহয় ক্ষণস্থায়ী আছিল কাৰণ ১৯৬৯-৭০ চনত অৰ্থাৎ লক্ষীনাথ শইকীয়া সভাপতি আৰু কুল চুতীয়া প্ৰধান সম্পাদকৰ কাৰ্যকালত যুগুতোৱা আন এখন স্মাৰকপত্ৰত চুতীয়াসকলক অত্যন্ত পাছপৰা শ্ৰেণী হিচাপে স্বীকৃতি দিয়াৰ দাবীহে উত্থাপিত হৈছিল। তাত দাবী কৰা হৈছিল ঃ

'to declare the Chutias as the Most Backward community; the areas which are majority in population by the inhabitants of Chutias should be selected ... Free education .. Reservation of seats both in the technical and medical education.'(111)

উক্ত স্মাৰকপত্ৰ প্ৰদানৰ তিনিবছৰ পাছতো অসমৰ তেতিয়াৰ কংগ্ৰেছ চৰকাৰে চুতীয়াসকলৰ হকে বিশেষ কোনো ব্যৱস্থা নোলোৱাত আক্ষেপ কৰি সপ্তদশ বাৰ্ষিক অধিবেশনৰ সভাপতিৰ অভিভাষণত ক'ব লগা হয় ঃ

' ১৯৬৯ চনত বৰপথাৰ অধিবেশনত প্ৰস্তুত কৰা স্মাৰক পত্ৰ চলিহা মন্ত্ৰীসভাই কোনো ব্যৱস্থা নোলোৱাত পুনৰ সেই স্মাৰকপত্ৰ প্ৰসংগত আমাৰ সঁজাতি দলে মুখ্যমন্ত্ৰী (মহেন্দ্ৰ মোহন) চৌধুৰীক ১৯৭১ চনৰ জানুৱাৰী আৰু নবেম্বৰত দুবাৰ সাক্ষাৎ কৰে। আমাৰ দাবী আছিল চুতীয়া জাতিক অতি পিচপৰা হিচাপে (Most Backward) গণ্য কৰি শিক্ষা, নিয়োগ, ভূমি, বিতৰণ, যাতায়ত, স্বাস্থ্য আদি বিষয়ত এই দুৰ্বল শ্ৰেণীটোক আগবাঢ়ি যাবলৈ বিশেষ সুবিধা দিয়া। আমাৰ প্ৰচেষ্টা সম্পূৰ্ণ ফলৱতী নহ'লেও বৰ্তমান ৰাজ্যিক চৰকাৰে চুতীয়াসকলক শিক্ষাৰ ক্ষেত্ৰত বেচি পিচপৰা (More Backward) বুলি স্বীকৃতি দিছে অৱশ্যে ইয়াৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া কেনে হয়, তাৰ বাবে অপেক্ষা কৰা হৈছে।'(112)

অৱশ্যে অ'বিচি-এম অ' বি চিৰ স্বীকৃতিয়েও চুতীয়াসকলৰ সুগভীৰ বঞ্চনা আৰু অপমানৰ অৱসান ঘটাব নোৱাৰিলে। এই স্বীকৃতিৰ স্বৰূপ সম্পৰ্কেও (ড.) পৱন চন্দ্ৰ শইকীয়াই আগতীয়াকৈয়ে ক'লে ঃ

'ঘাইকৈ হিন্দু চুতীয়াসকলক অসমৰ অন্যান্য পিচপৰা জাতি সমূহৰ লিষ্টত অন্তর্ভুক্ত কৰোৱাই এটা ডাঙৰ ভুল কৰিলে। ইয়াৰ ফলত অসমীয়া সমাজৰ উচ্চ শ্রেণীৰ মাজত সমানে খোজ মিলাব নোৱাৰিলে আৰু দ্বিতীয়তে জনজাতি (tribe) হিচাপে ভাৰতীয় সংবিধানৰ পৰা যিখিনি সুবিধা চৰকাৰে দিছে সেইখিনিৰ পৰাও বঞ্চিত হ'ল।'(113)

মাজৰ সময়ছোৱাত চুতীয়া সন্মিলনৰ মাজত জনজাতিকৰণৰ দাবী সম্পর্কে চিন্তাচর্চা যেনেকৈ চলিছিল, তেনেকৈ তাৰ বিৰুদ্ধবাদী মতো পৰিলক্ষিত হৈছিল। উদাহৰণস্বৰূপে সদৌ অসম চুতীয়া সন্মিলনৰ চতুর্দশ অধিবেশন (পীড়াকটা,১৯৬৮) উপলক্ষ্যে অনুষ্ঠিত ছাত্র সভাৰ সভাপতিৰ অভিভাষণত (ড.) পদ্মধৰ শইকীয়াই কয় ঃ

'অর্থনৈতিক আৰু শিক্ষাৰ ক্ষেত্রত অসমৰ জনজাতি লোকসকলতকৈও পাছপৰা যদিও চুতীয়া জাতি জনজাতি নহয় এটা অন্যান্য পাছ পৰা জাতি বুলি পৰিগণিত হ'ল। এতিয়াও এই জাতিৰ বহুতে আক্ষেপ কৰে চুতীয়া জাতি জনজাতি বা tribal বুলি গণ্য হোৱা হ'লে বহুতো সা-সুবিধা পোৱা হ'লহেঁতেন। চুতীয়া জাতিক জনজাতি বুলি গণ্য কৰিবলৈ চেষ্টা নকৰাৰ বাবে আগৰ নেতৃস্থানীয় লোকক বহুতে দোষাৰোপ কৰে। **কিন্তু অসমত এনে এটা সময় আহিছিল যেতিয়া বহুত জনজাতিয়ে নিজকে হিন্দু বুলি চিনাকি দি গৌৰব অনুভব কৰিছিল। তথাকথিত উচ্চজাতিৰ মানুহৰ জীৱন ধাৰাৰ লগত নিজকে মিলাই দিবলৈ চেষ্টা কৰিছিল। ইয়াক সংস্কৃতকৰণ (Sanskritisation) বোলা হয়। স্বাধীনতাৰ পাছত জনজাতি সমূহৰ উন্নতিৰ বাবে বহুতো সা-সুবিধা আগবঢ়োৱাত এই গতিত বাধা পৰিল। কেৱল কিছুমান সা-সুবিধা পোৱাৰ বাবেই এটা জাতি, জনজাতি হোৱা বহুতেই অন্তৰেৰে গ্ৰহণ কৰিব নোৱাৰে। তেনে কৰাৰ সম্ভাৱনাও একেবাৰে ক্ষীণ।'**(114)

এয়া যে কেৱল (ড.) পদ্মধৰ শইকীয়াৰ বা কেৱল ১৯৬৮ চনৰে কথা নাছিল তাৰ প্ৰমাণ  পোৱা যায় চুতীয়া সন্মিলনৰ প্ৰাণ-পুৰুষ ভ্ৰমৰচন্দ্ৰ শইকীয়াৰ পুত্ৰ তথা **'ভ্ৰমৰ'** আলোচনীৰ সম্পাদক মোহনৰাম শইকীয়াৰ এই স্থিতিতঃ

'১৯৭৪ চনত কমাৰবন্ধা হাজৰিকা চুক নামঘৰত অনুষ্ঠিত হোৱা সদৌ অসম চুতীয়া সন্মিলনৰ কাৰ্যনিৰ্বাহক বৈঠকত জাতিটোক জনজাতি কৰাৰ প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। তেখেতে ইয়াৰ প্ৰতিবাদ জনাই কৈছিল, 'জাতি এটা নামে কামে ওপৰলৈ উঠোৱাৰ প্ৰচেষ্টা চলাব লাগে। তললৈ নমোৱাৰ কথা ভাবিব নালাগে।'(115)

অৱশ্যে ১৯৭৪ চনত জনজাতিকৰণৰ প্ৰস্তাৱ গৃহীত হোৱাৰ তথ্য পোৱা নাযায়। বোধহয় সেই বৈঠকত প্ৰস্তাৱটো উত্থাপিত-আলোচিতহে হৈছিল। কাৰণ ১৯৭৯ চনত এই দাবী প্ৰথমবাৰ উত্থাপিত হোৱাৰ তথ্য পাছত পোৱা যাব। তথাপি উক্ত দুই বক্তব্যই জনজাতিকৰণৰ সম্পৰ্কত হোৱা বিতৰ্কৰ আভাস দিয়ে। জনজাতিকৰণৰ সম্পৰ্কে চিন্তা চৰ্চা চলি থাকিলেও ১৯৭৬ চনৰ মৰাণ অধিবেশনত 'সদৌ অসম চুতীয়া সন্মিলন'ৰ নামৰ

পৰিবৰ্তন ঘটাই 'সদৌ অসম চুতীয়া জাতি সন্মিলন' দিয়া হয়। নিয়মাৱলীৰ সেই মৰ্মে সংশোধন ঘটোৱা হয়। জনজাতিকৰণৰ বিপৰীতে হিন্দু জাতি-বৰ্ণ-প্ৰথাৰ অন্তৰ্ভুক্ত হোৱাৰ বাবেই ই হয়তো এক পদক্ষেপ আছিল। সেয়েহে পৰৱৰ্তী কালত ই এক ভুল পদক্ষেপ বুলি একাংশই ক'ব খোজে।

এই সম্পৰ্কত প্ৰণিধান যোগ্য এটি মতামত এনে ধৰণৰঃ জাতি শব্দটোৰ লগত অনুসূচিত জাতিৰ হে সম্পৰ্ক আছে, জনজাতিৰ নাই। ১৯৩৫ চনত চাইমন কমিশ্যনে চুতীয়াসকলক অনুঃজাতি হ'ব লাগে বুলি আগবঢ়োৱা পৰামৰ্শ প্ৰত্যাখ্যান কৰাৰ পাছত সংগঠনটোৰ নামটোও জাতি সন্মিলন হোৱাৰ কোনো যুক্তিযুক্ততা নাই, বৰং নিয়মাৱলী সংশোধন কৰি তাৰ নাম সলনি কৰিব লাগে 'সদৌ চুতীয়া জনজাতি সন্মিলনলৈ'(116)

এই খিনিতে উল্লেখযোগ্য যে সংগঠনৰ নাম পৰ্যন্ত সলাই পেলাব লগা পৰিস্থিতি অসমৰ আন সংগঠনৰ ক্ষেত্ৰতো ঘটিছে। এসময়ত আৰ্যীকৰণ বা সংস্কৃতায়নৰ প্ৰভাৱত যি সংগঠনৰ নাম হৈছিলগৈ 'সদৌ অসম কোচ ৰাজবংশী ক্ষত্ৰিয় সন্মিলন' সেই সংগঠনেই আজি জনজাতি কৰণৰ তাগিদাত সংগঠনৰ নামকে সলাবলগীয়া অৰ্থাৎ 'ক্ষত্ৰিয়' শব্দ বাদ দিবলৈ বাধ্য হ'ব লগা হৈছে। কিন্তু তাৰ পাছতো কোনো কোনোৱে ক'ব খোজে যে 'ৰাজবংশী' শব্দটোও জনজাতিকৰণৰ প্ৰতিবন্ধক হ'ব পাৰে।

কেৱল কোচ ৰাজবংশী সকলেই কিয়, আহোম-চুতীয়া আদি বিভিন্ন জনগোষ্ঠীৰ জনজাতিকৰণৰ দাবী প্ৰবল হৈ উঠাৰ লগে লগে সেই সংক্ৰান্তীয় কেতবোৰ তাত্বিক ধাৰণাৰ মোকাবিলা কৰাৰ প্ৰয়োজন অনুভূত হৈছে। যেনেঃ

১। বিভিন্ন সম্প্ৰদায়ে নিজা নিজা গৌৰৱোজ্জল অতীতৰ কথা ক'বলৈ গৈ মধ্যযুগ বা তাৰো আগৰ একোখন শক্তিশালী ৰাষ্ট্ৰৰ স্মৃতি সুঁৱৰিছে। ব্যক্তিগত সম্পত্তিৰ পৰিপূৰ্ণ বিকাশৰ লগত সংগতি ৰাখি উদ্ভুত এনে ৰাষ্ট্ৰই প্ৰাক্ শ্ৰেণী, সৰল জনজাতীয় জীৱনধাৰা ভাঙি পেলাবলৈ বাধ্য।

২। এনে বিকশিত ৰাষ্ট্ৰত শ্ৰেণী গঠন ত্বৰান্বিত হয় বিভিন্ন সম্প্ৰদায় বা জনজাতিৰ পৰস্পৰ চামিলকৰণৰ মাজেদি।

৩। একে সময়তে আৰ্য কৃত-ক্ষত্ৰিয়কৃত-বৰ্ণ হিন্দুকৃত হোৱা আৰু জনজাতীয়তা বাহাল ৰখাৰ মাজত পৰস্পৰ বিৰোধিতা আছে।

৪। জনজাতীয় জীৱনধাৰাত বিভিন্ন বিশেষীকৃত বৃত্তিৰ (যেনে কমাৰ, কুমাৰ, কঁহাৰ, সোণাৰি, খনিকৰ) বিকাশ সম্ভৱ নহয়।

৫। অস্থায়ী চলমান ঝুম পদ্ধতিৰ পৰা স্থায়ী কৃষি পদ্ধতিলৈ পৰিবৰ্তনৰ প্ৰক্ৰিয়াটোৱেই জনজাতীয়তাৰ পৰা হিন্দু জাতি-বৰ্ণ প্ৰথালৈ উৎক্ৰমণৰো প্ৰক্ৰিয়া।

৬। জনজাতিকৰণেৰে যদি সকলো সমস্যাৰ সমাধানেই হয় তেনেহ'লে বড়ো, কাৰ্বি, ডিমাছা আদিয়ে স্বায়ত্তশাসনৰ বাবে ৰক্তক্ষয়ী সংগ্ৰাম কৰিব লগা হৈছে কিয়?

**৭। জনজাতিকৰণৰ আগত আৰু পাছত ইতিমধ্যে অনুসূচীভুক্ত জনজাতিসকলৰ কে'বাপৰ্যায়ৰ বিৰোধৰ মুখামুখি হ'ব নালাগিবনে?**

**... এই তাত্বিক, ব্যৱহাৰিক প্ৰশ্নবোৰৰ মীমাংসা আজি কেৱল চুতীয়াসকলৰে নহয়, সমগ্ৰ অসমৰে সমূহ জনগোষ্ঠীয় সমস্যাৰ সমাধানৰ বাবেই অতিশয় আশু আৰু জৰুৰী বিবেচিত হৈছে। ইতিমধ্যে জনজাতিকৰণৰ দাবীৰো প্ৰবলতা আৰু তীব্ৰতা বাঢ়িছে।**

**১৯৭৯ চনৰ ১৭ জুনত যোৰহাট চন্দ্ৰকান্ত সন্দিকৈ ভৱনত অনুষ্ঠিত চুতীয়া সন্মিলনৰ কেন্দ্ৰীয় সমিতিৰ প্ৰথম প্ৰস্তাৱৰ ভিত্তিত ৰজিতা খুৰাই ১৯৮০ চনত প্ৰধানমন্ত্ৰীক প্ৰদত্ত এক স্মাৰকপত্ৰত দাবী তোলা হয়ঃ**

'(1) Making available to the Chutias all the constitutional privileges granted to the scheduled tribes in consideration of the most backwardness of the Chutias in all respects of socio economic life.

(2) The inclusion of the Chutias in the plains tribes list of Assam. In consideration of the fact the Chutias were and are of the same origin as that of the plains Tribes of Assam and other adjoining states of North East India'(117)

এই বক্তব্যৰ সমৰ্থনত বি. চি. এলেন চাহাবক উদ্ধৃত কৰি কোৱা হয়ঃ

**'The early history of the Chutias is not much known, but they are believed to be members of the great Bodo race and to have entered the plains from the north east'**(118)

মন কৰিবলগীয়া যে চুতীয়া সন্মিলনৰ ১৯৮০ চনৰ এই বক্তব্যই ঠিক ৫৯ বছৰৰ আগৰ ৰায় বাহাদুৰ গোপীকাবল্লভ গোস্বামীৰ বক্তব্যৰ বিপৰীত অৱস্থান লয়। কাৰণ ১৯২৯ চনৰ বিশেষ অধিবেশনৰ সভাপতিৰ অভিভাষণত গোস্বামীয়ে বি. চি. এলেনৰ ঠিক সেই উদ্ধৃতিৰে 'believed to be' শব্দ কিটাক লৈ ব্যংগ কৰি চুতীয়াসকলৰ জনজাতীয়তা বা বড়োসকলৰ লগত সম্পৰ্কক পানী নসৰকাকৈ নাকচ কৰিছিল।(119) এনেকৈয়ে ঠিক অৰ্দ্ধশতিকাৰ (১৯২৯-১৯৮০) ভিতৰত চুতীয়াসকলৰ চিন্তা চৰ্চাই বৰ্ণহিন্দুত্বৰ পৰা জনজাতীয়তা অভিমুখে এটা ১৮০° 'এবাউট টাৰ্ণ' লৈছিল। তাৰ লগত জড়িত আৰ্থ সামাজিক বিষয়বিলাকে অৱশ্যেই গভীৰ চিন্তাৰ দাবী ৰাখে।

## মূলসুঁতিৰ সংবাদ মাধ্যমৰ অৱহেলা ঃ নিজা মাধ্যমৰ বিকাশ

প্ৰচাৰ মাধ্যমক গণতন্ত্ৰৰ চতুৰ্থ স্তম্ভ বুলি কোৱা হয়। ই জনগণৰ হাতত এক মোক্ষম শক্তি। সমাজৰ বিভিন্ন শ্ৰেণীয়ে বিভিন্ন আশা-আকাংক্ষ্যা ব্যক্ত কৰিবলৈ এই মাধ্যমক কামত লগায়। কিন্তু দুৰ্ভাগ্যবশতঃ প্ৰতিষ্ঠিত প্ৰচাৰ মাধ্যমেও কেতিয়াবা সমাজৰ

দলিত-নিপীড়িত সকলৰ মৰ্মবেদনা প্ৰতিফলিত কৰিবলৈ অক্ষম হয়। তেতিয়া তেওঁলোকে গঢ়ি তুলিব লগা হয় নিজা, সমান্তৰাল সংবাদ মাধ্যম; সি হৈ পৰে এক সংগঠন তথা সংগঠক। অসমৰ বিভিন্ন জনগোষ্ঠী, সম্প্ৰদায়ে বিগত সময়ছোৱাত নিজা নিজা সম্প্ৰদায়ৰ বহু মুখপত্ৰ প্ৰকাশ কৰি আহিছে। আমি চলোৱা এক প্ৰাথমিক জৰীপ অনুসৰি এনে আলোচনী মুখপত্ৰৰ সংখ্যা দুশৰ কম নহ'ব। তাৰে কেইখনমানৰ মাত্ৰ নাম আমি ইয়াত উদাহৰণ হিচাপে ডাঙি ধৰিছোঁ ঃ

**গাৰো**

| | |
|---|---|
| ১৮৭৯-১৯৮৭ | আচিক্নি ৰিপে |
| ১৯১২-১৯১৪ | পিৰিং পাৰাং |
| ১৯৩৩ | চিৰিচিকি..... |

**খাচী জয়ন্তীয়া**

| | |
|---|---|
| ১৯৯৪ | উ নংকিত খবৰ |
| ১৯০২-০৩ | উ নঙিয়ালম খৃষ্টান |
| ১৯০২-১৩ | উ নঙিয়ালম কেথলিক..... |

**বড়ো**

| | |
|---|---|
| ১৯২৩ | বিবাৰ |
| ১৯২৬ | প্ৰভাতী |
| ১৯৩৮ | অলংবাৰ |

**ৰাভা**

| | |
|---|---|
| ১৯৬০ | বাদুংদুপপা |

**তাই আহোম**

| | |
|---|---|
| ১৯০০-৪৪ | অসম বন্তি |
| ১৯৩৪ | অসম ৰাইজ |
| ১৯৪০ | হিতকথা |
| ১৯৪৯ | আৱোৱান |
| ১৯৪৯ | সংগ্ৰাম |

**জনজাতিসকলৰ সমূহীয়া**

| | |
|---|---|
| ১৯৪৪ | নায়ক |

**নেপালী**

| | |
|---|---|
| ১৯৩৫ | গোৰ্খাসেৱক |
| ১৯৪৮ | হিমাদ্ৰী |
| ১৯৬০ | উষা |

**মুছলমান**

| | |
|---|---|
| ১৯১৯-২০ | **ইছলামী আখবাৰ** |
| ১৯২৩ | **সাধনা** |
| ১৯২৮ | **প্ৰচাৰক** |
| ১৯৩৩ | **The Messenger** |
| ১৯৪৬ | **পায়গাম** |

**অনুঃ জাতি**

| | |
|---|---|
| ১৯২৬ | **সেৱা** |

**মিচিং**

| | |
|---|---|
| ১৯৪৭ | **আৰোহন** |
| ১৯৫৭ | **মিৰ'মিগ'ল'** |

**দেউৰী**

| | |
|---|---|
| ১৯৪৭ ৰ আগতে | **জিম'ছায়া চচুয় চাও** |
| | **জম'ছায়া চচু** |

সেইদৰে চুতীয়াসকলৰো একাধিক মুখপত্ৰ/আলোচনী প্ৰকাশ পোৱাৰ কথা জনা যায়। তাৰ ভিতৰত আছে মোহনৰাম শইকীয়া, সোণাৰাম চুতীয়া আদিৰ দ্বাৰা সম্পাদিত **ভ্ৰমৰ** (১৯৪৭ ৰ পৰা) আৰু ভৱকান্ত চুতীয়া সম্পাদিত **কুণ্ডিল** ।

## ভ্ৰমৰ ঃ চুতীয়া সন্মিলনৰ প্ৰথম মুখপত্ৰ

আসাম চুতীয়া সন্মিলনৰ প্ৰতিষ্ঠাপক প্ৰধান সম্পাদক ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ পুণ্যস্মৃতিত উছৰ্গিত **'ভ্ৰমৰ'** নামৰ তিনিমহীয়া সচিত্ৰ সাহিত্য-সমাজ-সংস্কৃতিমূলক আলোচনীখন আছিল সন্মিলনৰ মুখপত্ৰস্বৰূপ। ইয়াৰ জন্ম প্ৰক্ৰিয়া সম্পৰ্কে আলোচনীখনৰ প্ৰথম সংখ্যাতে এনেকৈ প্ৰকাশ পাইছিল ঃ

'... একোজন পুৰুষৰ একো আঁজোৰত
বহু যুগ আগবাঢ়ি যায়,
একোজন পুৰুষৰ একোটি ঠেলাই
বহুকাল সংসাৰ চলায়'

অসমৰ পিচপৰা চুতীয়া জাতিৰ মংগলৰ কাৰণে নিস্বাৰ্থভাৱে আজীৱন খাটি অহা চুতীয়া সন্মিলনৰ কৰ্ণধাৰ স্বৰূপ আদৰ্শ শিক্ষক, সু-সাহিত্যিক শ্ৰী ভ্ৰমৰ চন্দ্ৰ শইকীয়াদেৱৰ ১৮৬৬ শকৰ পবিত্ৰ ভাদ মাহৰ ১০ দিনৰ দিনা নিশা বিয়োগ হয়। জাঁজী

অঞ্চলৰ বত্নস্বৰূপ স্বৰ্গীয় শইকীয়াৰ আকস্মিক লোকান্তৰে গোটেই অঞ্চলতে এটি বিষাদৰ ছাঁ পেলাই দিলে। সদৌ অসম চুতীয়া সন্মিলনৰ ভীষ্ম প্ৰতিম বীৰৰ বিয়োগ বাতৰি সন্মিলন শিবিৰতো তিলকতে বিয়পি পৰিল।'... ()

শইকীয়াৰ প্ৰতি সমবেদনা জনাবলৈ সমবেত মৃতকৰ সতীৰ্থসকলে এহাতে দ্বিতীয় বিশ্ব যুদ্ধৰ ফলত নিষ্ক্ৰিয় হৈ পৰা চুতীয়া সন্মিলনক সক্ৰিয় কৰি তুলিবলৈ আৰু আনহাতে ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ স্মৃতি যুগমীয়া কৰিবলৈ তৎপৰ হয়।

সেই মৰ্মে এফালেদি ১৯৪৫ চনৰ জুন মাহত বাদুলীপুখুৰীত অনুষ্ঠিত প্ৰতিনিধিত্বমূলক বৈঠকৰ জৰিয়তে সুদীৰ্ঘ আঠ বছৰ অধিবেশন নবহা সন্মিলনক সক্ৰিয় কৰি তুলিবৰ চেষ্টা কৰা হয় আৰু আনফালে সন্মিলনৰ উদ্যোগতে গঠিত হয় ভ্ৰমৰ চন্দ্ৰ শইকীয়া স্মৃতিৰক্ষা সমিতি। প্ৰথম অৱস্থাত ইয়াৰ সভাপতি আৰু সম্পাদক আছিল ক্ৰমে ইন্দ্ৰেশ্বৰ চুতীয়া আৰু বুদ্ধিন্দ্ৰনাথ ৰাজখনিকৰ। পাছত ৰাজখনিকৰৰ ঠাইত দুৰ্গেশ্বৰ শইকীয়া আৰু কমলচন্দ্ৰ চুতীয়া যুটীয়াভাৱে সম্পাদক নিৰ্বাচিত হয়। সমিতিয়ে সংগ্ৰহ কৰা টকাৰেই স্মৃতিৰক্ষাৰ কাম আৰম্ভ কৰিবৰ বাবে সিদ্ধান্ত হয় ১৯৪৭ চনৰ ২৫ মে'ৰ দিনা গোলাঘাটৰ কাঠকটীয়া গাঁৱৰ নামঘৰত অনুষ্ঠিত কাৰ্যকৰী সভাত। সেই সভাতেই সন্মিলনৰ প্ৰচাৰ সম্পাদক (তথা প্ৰয়াত শইকীয়াৰ সুযোগ্য বৰপুত্ৰ) মোহনৰাম শইকীয়াক দায়িত্ব দিয়া হয় সন্মিলনৰ মুখপত্ৰ হিচাপে এখন তিনিমহীয়া আলোচনী উলিয়াবলৈ।

পাছত ১৯৪৭ চনৰ ৫ নবেম্বৰ তাৰিখে শিৱসাগৰ মেটেকাত অনুষ্ঠিত সন্মিলনৰ কাৰ্যকৰী বৈঠকত মোহনৰাম শইকীয়াক সম্পাদক আৰু সোণাৰাম চুতীয়া (বিএ), মহেশ্বৰ চুতীয়া আৰু বুদ্ধিন্দ্ৰ কুমাৰ ৰাজখনিকৰক সম্পাদনা সমিতিৰ সদস্যৰূপে লৈ ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ স্মৃতিত সদৌ অসম চুতীয়া সন্মিলনৰ মুখপত্ৰ 'ভ্ৰমৰ' প্ৰকাশৰ সিদ্ধান্ত হয়।

ইয়াৰ প্ৰথম বছৰ প্ৰথম প্ৰবেশ (প্ৰথম সংখ্যা) মাঘ মাহ, ১৮৬৯ শক (১৯৪৭চন) ভোগালী সংখ্যাৰ সম্পাদকৰ টোপোলা' শিতানত কেইটামান গুৰুত্বপূৰ্ণ নীতি-বিষয়ক ঘোষণা কৰা হয়। যথাঃ

## স্বাধীন অসম

'অতীত অসমৰ স্বাধীনতাৰ ভেটি দৃঢ় হৈছিল বিভিন্ন সম্প্ৰদায়ৰ সমন্বয়ত গঢ়ি উঠা এক সুবৃহৎ অসমীয়া জাতিৰ এক দেশাত্মবোধৰ জাগৰণৰ ফলত। সময়ত সেই স্বাধীন ধ্বজাখিনি পৰিল ভয়াবহ আত্মকন্দলৰ পৰিণামত। আজিৰ স্বাধীন অসমো সেই পটন্তৰলৈ মুখাপেক্ষী।

**অসমৰ শৰাইঘটীয়া বীৰ, চুতীয়া যুৱক লাচিতৰ নেতৃত্বত মোগলৰ বিৰুদ্ধে শৰাইঘাটত চাপিছিল হেজাৰ হেজাৰ লাখ লাখ অসমীয়া যুঁজাৰু।**

তাত হৈছিল অসমৰ বিভিন্ন সম্প্ৰদায়ৰ আহোম, চুতীয়া, কোচ, কছাৰী, কলিতা, মৰাণ, মটক, আদি বচা বচা সাহপিত থকা ডেকাদলৰ সমাৱেশ। তেওঁলোকে তেতিয়া সম্প্ৰদায়ৰ ভেটিত গোট খোৱা নাছিল। থাইছিল স্বৰ্গদপি গৰীয়সী অসম জননীৰ জয় কামনা কৰি, আৰু মহাৰাজ চক্ৰধ্বজ সিংহ স্বৰ্গদেওৰ অনুগত প্ৰজা হিচাবে এক বৃহৎ অসমীয়া জাতিৰ ভাবাপন্নত। আজিও সেই আদৰ্শতে স্বাধীন অসমৰ স্বাধীনতা ৰক্ষা কৰিবলৈ অসমবাসী বিভিন্ন সম্প্ৰদায়ে এক গোট হৈ বৃহৎ অসমীয়া জাতি গঠন কৰিবলৈ দৃঢ় সংঘবদ্ধ হওক; দেখিব শবাইঘটীয়া বীৰ লাচিতৰ দেশতকৈ মোমাই ডাঙৰ নহয়, এই বজ্ৰবাণীয়ে যেনেকৈ অসমৰ স্বাধীনতাৰ ভেটি দৃঢ় কৰিছিল, সেই দৰেই এতিয়াও অসমীয়া জাতিতকৈ সম্প্ৰদায় ডাঙৰ নহয়, এই বাণীয়ে স্বাধীন অসম স্থায়ী কৰিব। তাতে সোণত সুৰগা চৰিব পৰ্বত-ভৈয়ামৰ প্ৰীতি মিলনে।'

(চুতীয়া) সন্মিলনৰ প্ৰতি ৰাইজৰ আস্থা, আগ্ৰহ, স্বজাতি দৰ্শনৰ হেঁপাহ চুতীয়া ৰাইজৰ মাজত কিমান দ্ৰুতবেগেৰে বাঢ়িছে, তাৰ উল্লেখ কৰি এই সম্পাদকীয়ত 'ভ্ৰমৰ'ৰ সম্পাদনা সম্পৰ্কীয় নীতি এনেকৈ ঘোষণা কৰা হৈছিলঃ

## আমাৰ নিবেদন

'ভ্ৰমৰৰ জন্ম সাম্প্ৰদায়িক মুখপত্ৰ স্বৰূপে হ'লেও আমাৰ লক্ষ *অসম অসমীয়াৰ*। অসমৰ এটি সম্প্ৰদায়ৰ মাণিক হৈ ওপজা ভ্ৰমৰৰ গুণ পূজাৰ কাৰণেই সম্প্ৰদায়ে কৃতজ্ঞতা জনোৱা এই উদ্যোগত সদৌ অসমবাসীৰ আমি সহায়-সহানুভূতি বাঞ্চা কৰোঁ। স্বৰ্গীয় ভ্ৰমৰ শইকীয়া কেৱল চুতীয়া সম্প্ৰদায়ৰে নহয় অসম কাননৰো এপাহি ফুল, সদ্যজাত ভ্ৰমৰেও স্বৰ্গীয়জনৰ স্মৃতি স্থায়ী কৰি ভাবা জননীৰ চৰণ বন্দনা কৰিবলৈ যাতে সুযোগ সুবিধা পায় তাৰ বাবে সমূহ অসমীয়া ভাষা-ভাষী ৰাইজলৈ সহায় সহানুভূতিৰ আহ্বান জনালোঁ।'()

সুদূৰ কলকাতাৰ এলম্ প্ৰেছত মুদ্ৰিত ৮২ পৃষ্ঠাৰ ডবল ক্ৰাউন-ডবল ডিমাই ১ ৮ আকাৰৰ ভ্ৰমৰৰ প্ৰথম সংখ্যাৰ লেখকসকলৰ ২৪জনৰ ভিতৰত ২০জনেই আছিল চুতীয়া সম্প্ৰদায়ৰ। সেইসকল আছিল ক্ৰমে মহেশ্বৰ চুতীয়া, সোণাৰাম চুতীয়া বি এ (দুটা লেখনী) হৰিপ্ৰসাদ নেওগ, কমল চন্দ্ৰ চুতীয়া, ললিতৰাম শইকীয়া, লক্ষেশ্বৰ চুতীয়া, জগৎ চন্দ্ৰ শইকীয়া, লবোৰাম পালক, মোহনৰাম শইকীয়া, নিয়াৰাম সাধনীদাৰ, যদুৰাম শইকীয়া, বেণুপ্ৰভা শইকীয়া, বুদ্ধিন্দ্ৰ কুমাৰ ৰাজখনিকৰ, দুৰ্গেশ্বৰ শইকীয়া, বাপাকন চুতীয়া, চিদানন্দ শইকীয়া, সোণধৰ বড়া, ৰোহিনী কুমাৰ শইকীয়া। প্ৰয়াত চুতীয়া নেতাদ্বয় ভ্ৰমৰচন্দ্ৰ শইকীয়া আৰু ভুবাম বৰুৱাৰ লেখনীয়েও ইয়াত ঠাই পাইছিল। তাৰ বিপৰীতে অন্য চুতীয়া লেখকসকলৰ ভিতৰত আছিল মাত্ৰ প্ৰমোদ চন্দ্ৰ বৰদলৈ, মহম্মদ পিয়াৰ,

আৰু দেৱীপ্ৰসাদ কটকীৰ তিনিটা কবিতা আৰু দশমী প্ৰভা সন্দিকৈৰ এটি প্ৰবন্ধ।

প্ৰথম সংখ্যাৰ প্ৰথম পৃষ্ঠাৰ প্ৰথম শাৰীৰ পৰাই আৰম্ভ হোৱা মহেশ্বৰ চুতীয়াৰ 'জাগৰণ' নামৰ কবিতাটোতেই ফুটি উঠিছে চুতীয়াসকলৰ সিদিনাৰ আত্ম চেতনাৰ আভাসঃ

'তুমি নেকি প্ৰজা চুতীয়াৰ,
অসমৰ পাল শদিয়াৰ
চিন য'ত আছে তেতিয়াৰ
ৰাজধানী চুতীয়া ৰজাৰ?'...

ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ 'সাহিত্য সেৱা আৰু সাহিত্যচৰ্চা' প্ৰবন্ধত নিভাঁজ অসমীয়া ভাষা চৰ্চাৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে। ললিতৰাম শইকীয়াই অসমীয়া সাহিত্যত গাঁৱলীয়া গৰখীয়া নামৰ প্ৰভাৱ ব্যাখ্যা কৰিছে। 'অসমীয়া খেতিয়কৰ ভৱিষ্যৎ' প্ৰবন্ধত কমল চন্দ্ৰ চুতীয়াই 'নাঙল যাৰ মাটি তাৰ' শ্লোগানক সমৰ্থন দিয়াটো মন কৰিবলগীয়া। সোণাৰাম চুতীয়াৰ 'স্বাধীন অসমত চুতীয়া জাতি' প্ৰবন্ধত অভিযোগ কৰিছিল ঃ

'আজি ভাৰত স্বাধীন, অসম স্বাধীন আৰু অসমৰ প্ৰাই দুইলাখ চুতীয়া সম্প্ৰদায়ৰ মানুহ স্বাধীন অসমৰ প্ৰজা। আজি স্বাধীনতা পোৱাৰ পাছত চুতীয়া জাতিৰ অৱস্থা কেনে আৰু স্বাধীনতাৰ ফল কিমানদূৰ ভোগ কৰিবলৈ পাইছে সি এটা প্ৰধান আলোচনাৰ বিষয় হৈ পৰিছে। আজি আমাৰ কেন্দ্ৰত আৰু প্ৰদেশত জনপ্ৰিয় গভৰ্ণমেণ্ট। স্বাধীনতা পোৱাৰ পিছত জনপ্ৰিয় গভৰ্ণমেণ্ট প্ৰতিস্থা হোৱা সত্বেও আজি জনসমাজ তথা চুতীয়া জাতিয়ে স্বাধীনতাৰ পকা গুটিহে নালাগে তাৰ ক'লিকে পেলোৱা দেখা নাই।'

সেই একেটা সংখ্যাৰে লবোৰাম পালকৰ কবিতাত মোমাই তামুলী বৰবৰুৱা আৰু লাচিত বৰফুকনক যেনেকৈ চুতীয়া সম্প্ৰদায়ৰ বুলি কোৱা হয়, তেনেকৈ যদুৰাম শইকীয়াই জাঁজী লাচিত মেলাত পঠিত কবিতা সোঁৱৰণ যোগেদিও লাচিতৰ বীৰত্বক সোঁৱৰে। মইনাৰ মেলৰ উপৰিও মহিলাৰ শিতানো আছিল আলোচনীখনত, য'ত ৰেণুপ্ৰভা শইকীয়াই 'বৰ্তমান তিৰোতাৰ কৰ্তব্য'ৰ বিষয়ে ক'বলৈ গৈ জয়মতী, মূলা গাভৰু, ফুলেশ্বৰী কুঁৱৰী, সাধনী, ৰাধা ৰুক্মিনী, ৰাধিকা আদিৰ আৰ্হিৰে অসমীয়া তিৰোতাক অনুপ্ৰাণিত কৰিছে।

জনৈক ছদ্মনামী বুৰঞ্জী পিপাসুৱে 'অতীত বোটলা' শিতানত লেখা চুতীয়া ৰজাৰ নগৰ, চুতীয়া ৰজাৰ চিৰপ্ৰসিদ্ধ পৈতৃক সম্পত্তি আদিৰ বিষয়ে উল্লেখ কৰা হয়। মন কৰিবলগীয়া যে প্ৰথমছোৱাৰ '**ভ্ৰমৰ**'ত সন্মিলনৰ বতৰা বুলি এটা শিতানেই আছিল। প্ৰথম সংখ্যাত সুদীৰ্ঘ সাতপৃষ্ঠা জুৰি প্ৰকাশ পাইছিল ১৯৪৭ চনৰ এপ্ৰিলত উত্তৰ লখিমপুৰত অনুষ্ঠিত অসম চুতীয়া সন্মিলনৰ অষ্টম অধিবেশনৰ বিতং বিৱৰণী। বুদ্ধিন্দ্ৰ কুমাৰ ৰাজখনিকৰে যুগুতোৱা এই বিৱৰণীত অভ্যৰ্থনা সমিতি, মণ্ডপ, স্বেচ্ছাসেৱক, তোৰণ, শোভাযাত্ৰা, মূল সভা, বিষয় বাছনি সভা আদিৰ সবিশেষ উল্লেখ আছিল। মুঠৰ ওপৰত

এই প্ৰথম সংখ্যাতেই 'ভ্ৰমৰে' চুতীয়া সম্প্ৰদায়ৰ মাজত প্ৰবল আত্মচেতনাৰ উন্মেষ ঘটোৱাৰ ইংগিত পোৱা গৈছিল।

কিন্তু দ্বিতীয় সংখ্যাৰ পৰাই ভ্ৰমৰৰ লেখকসূচীত কিছু কিছু পৰিবৰ্তন পৰিলক্ষিত হয়। এই সংখ্যাত বাপুজীৰ বাণী, ডিম্বেশ্বৰ নেওগৰ 'জগতৰ সাংস্কৃতিক ঐক্য', ইন্দিবৰ গগৈৰ গল্প, হৰিপ্ৰসাদ শৰ্মা অধ্যাপক পাণ্ডেয় বেচন শৰ্মা আদিৰ অনুবাদ, আজলীতৰা নেওগ আদিৰ লেখনীৰে এই সংখ্যাত অনা-চুতীয়া লেখকৰ সংখ্যা আৰু প্ৰভাৱ বাঢ়ি অহা দেখা যায়। তথাপিও বেণুধৰ শৰ্মাৰ 'অসমীয়া সংস্কৃতিত চুতীয়াৰ ছাপ' শীৰ্ষক আঠ পৃষ্ঠা জোৰা সুদীৰ্ঘ প্ৰবন্ধটোত চুতীয়াসকলক প্ৰেৰণা দিব পৰা বহু কথাই আছিল। মহেশ্বৰ চুতীয়াৰ 'জাগৰণ' শীৰ্ষক চুতীয়া- আত্মচেতনা- পৰিপূৰ্ণ কবিতাটোৰ শেহৰ ছোৱা এই সংখ্যাত প্ৰকাশ পাইছিল। উল্লেখযোগ্য যে এই সুদীৰ্ঘ কবিতাটো অসম চুতীয়া সন্মিলনৰ সপ্তম অধিবেশনৰ (মৰাণ)ত পঠিত হৈছিল। হেমকান্ত দুবৰা, 'মোহন', যজ্ঞোৰাম গগৈ, অম্বেশ্বৰ চেতিয়া ফুকন, বিপিন টাকো, গণেশ বৰুৱা, নীলাম্বৰ দাস, কেশৱানন্দ দেৱ গোস্বামী, হীৰাৱতী গোহাঞি বৰুৱাৰ কবিতা, ইন্দিবৰ গগৈ, বিপিন চন্দ্ৰ হাজৰিকা, আজলীতৰা নেওগ, জীৱকান্ত বৰাৰ গল্প কাহিনী, কমল চন্দ্ৰ চুতীয়া, ভোলানাথ ফুকন, দেবেন্দ্ৰনাথ বৰুৱাৰ প্ৰবন্ধ, মতিৰাম চুতীয়া, ৰূপেশ্বৰ বৰাৰ অনুবাদ আদিয়ে ৰহণ চৰোৱা এই সংখ্যাত কে'বাটাও চুতীয়া আত্মচেতনামূলক লেখনীও প্ৰকাশ পাইছিল। উদাহৰণস্বৰূপে আগতে কৈ অহা মহেশ্বৰ চুতীয়া আৰু বেণুধৰ শৰ্মাৰ লেখনীৰ উপৰিও ইয়াত বুদ্ধিন্দ্ৰ ৰাজখনিকৰে লেখা লখিমপুৰ অধিবেশনৰ বিবৰণৰ দ্বিতীয় অংশ প্ৰকাশ পাইছিল য'ত অসম চুতীয়া ছাত্ৰ সন্মিলন, অসম চুতীয়া মহিলা সন্মিলনৰ বিস্তৃত পৰ্যালোচনায়ো ঠাই পাইছিল।

এইখিনিতে বিশেষ প্ৰণিধানযোগ্য এই যে অসম চুতীয়া সন্মিলনৰ সিদ্ধান্তমৰ্মে ১৮৭০ শক অৰ্থাৎ ১৯৪৮ চনৰ ৭ ব'হাগৰ পৰাই অসমৰ ঠায়ে ঠায়ে ৰাজহুৱা ভাৱে 'সাধনীউৎসব' পালনৰ আৰম্ভণি ঘটে। সেই অনুসৰি চাৰিং, সৰুচৰা (ডিব্ৰুগড়), ডোমৰ দলং (মৰাণ), ডিমৌ, গোলাঘাট (৫-৬ঠাই), নগাঁও আৰু যোৰহাটত সেই বছৰেই 'সাধনী উৎসব' উদ্‌যাপিত হয়। এই বাৰ্তা ভ্ৰমৰৰ বাবে যুগুতায় অসম চুতীয়া সন্মিলনৰ প্ৰচাৰ বিভাগে। অৱশ্যে চুতীয়া সন্মিলনৰ অন্যতম জ্যেষ্ঠ কৰ্মী, পীড়াকটাৰ গোপী শইকীয়াৰ তথ্যমতে ১৯২৯ চনৰ পৰাই অসমৰ বিভিন্ন ঠাইত সাধনী দিৱস পালন হয়। এই সংখ্যাত প্ৰকাশিত স্বৰ্গীয় ভুৰাম বৰুৱাৰ 'ৰাণী সাধনী' আৰু ৰূপৰাম দাসৰ 'হুঁচৰি গীত চুতীয়াসকলৰ ঐতিহ্য' বোলা প্ৰবন্ধই নিঃসন্দেহে চুতীয়া আত্ম-চেতনা গঢ়াত বৰঙণি যোগাইছিল। এই সংখ্যাতে 'মহিলাৰ মেল' শিতানত প্ৰকাশ পাইছিল অসম চুতীয়া সন্মিলনৰ সপ্তম অধিবেশন (মৰাণ)ৰ মহিলা সভাৰ সভানেত্ৰী সুৰ্বণবালা বৰাৰ অভিভাষণ। তৃতীয় সংখ্যাতহে শেষ হোৱা এই অভিভাষণত বোৱা-কটা-শিক্ষা-দীক্ষা আদি বিষয়ত (চুতীয়া) মহিলাসকলক

আগবাঢ়ি আহিবলৈ আহ্বান জনোৱা হৈছিল। এইখন অভিভাৱকৰ সামৰণিত কোৱা হৈছিল 'বিংশ শতিকাৰ যি পোহৰ, সেই পোহৰৰ পৰা আমাৰ মহিলা সমাজ বহুত পিছুত। তাতোকৈ পিছ প্ৰায় আমাৰ জাতীয় মহিলাসকল। এতিয়াও আমালোকৰ প্ৰায় সকলোৱেই অন্ধকাৰ জগততে আছো। সেইবাবে মই আপোনালোকক স্বজাতীয় বাই-ভনী বুলি ইয়াকেই ক'বলৈ বিচাৰিছোঁ। আপোনালোক সকলোৱে উপযুক্ত শিক্ষা লাভ কৰি জগতৰ উন্নত সমাজৰ মহিলা সকলৰ লগত ঠাই পাবলৈ যত্নবান হওক।'

প্ৰথম বছৰৰ এই তৃতীয় সংখ্যাৰ 'সন্মিলনৰ বতৰা' শিতানতে সদৌ অসম চুতীয়া সন্মিলনৰ নৱম অধিবেশনৰ বিস্তৃত বিৱৰণী প্ৰকাশ পায়। ১৯৪৮ চনৰ ২৬-২৭ মাৰ্চত ডিব্ৰুগড়ৰ ৰহমৰীয়াত অনুষ্ঠিত এই অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি, স্থানীয় মৌজাদাৰ ডুলিবৰ শইকীয়াই 'বৰ্তমান ভাৰত তথা অসমত বিয়পি পৰা অৱস্থাৰ মাজেদি কেনেকৈ দেশৰ জাতীয় গভৰ্ণমেণ্টক শক্তিশালী কৰিব পৰা যায় তালৈ আঙুলিয়ায় আৰু সন্মিলনেও জাতীয় স্বাৰ্থৰ খাতিৰত সন্মিলনৰ ৰাজনৈতিক উদ্দেশ্য পৰিহাৰ কৰিব লাগে বুলি ইংগিত দিয়ে।

প্ৰথম বছৰ তৃতীয় সংখ্যাত (শৰৎ সংখ্যা, কাতি, ১৮৭০ শক ১৯৪৯ চন)ত পুনৰ ইয়াৰ প্ৰকৃতিৰ পৰিমাণগত পৰিবৰ্তন পৰিলক্ষিত হয়। সেই সংখ্যাত চুতীয়া লেখক আৰু চুতীয়া বিষয়ক লেখনী দুয়োটাই আৰু কিছু কমে। এই সংখ্যাত ডা. মহানন্দ বৰুৱা 'সাহিত্য ভূষণ'ৰ 'তীৰ্থজল', গোপানীথ বৰদলৈ (ৰহা)ৰ 'দেহতত্ব', চন্দ্ৰপ্ৰভা চৌধুৰীৰ 'মনুসংহিতা' আদি প্ৰকাশ পায়। জীবেশ্বৰ দুৱৰা, ৰত্নেশ্বৰ গগৈ, মহম্মদ পিয়াৰ, যজ্ঞোৰাম গগৈ, কামেশ্বৰ বৰুৱা আদিৰ কবিতা, নৱেন, ধৰ্মেশ্বৰ শইকীয়া, জীৱন চন্দ্ৰ তামুলী, অপূৰ্ব ভাৰতী, মাণিকী মাধুৰী নেওগ আদিৰ গল্প-কথিকা-কাহিনী; লোকনাথ নাথ, হৰিপ্ৰসাদ নেওগ, হৰিপ্ৰসাদ শৰ্মা অধ্যাপক (গান্ধীৰ অনুবাদ), চিদানন্দ শইকীয়া আদিৰ প্ৰবন্ধ প্ৰকাশ পায়।

মন কৰিবলগীয়া যে এনে সাধাৰণ লেখনী বিলাকৰো বহুতত স্বাধীনতা আন্দোলনকালীন এক সংগ্ৰামী মেজাজ, এক শোষণ বিৰোধী প্ৰতিবাদ, দৰিদ্ৰ-দলিতৰ প্ৰতি দৰদ ফুটি উঠিছিল। উদাহৰণস্বৰূপে 'নৱেন'ৰ (ডিবৃক) 'জীৱনৰ পাতনিতে' গল্পত মৌজাদাৰ তথা চাহ-মালিক, (কংগ্ৰেছী) বিধায়ক ধীৰেন বৰুৱাৰ মুখা খুলি দিয়া হৈছে। 'জগৰীয়া কোন' গল্পত ধৰ্মেশ্বৰ শইকীয়াৰ প্ৰতিবাদে আৰু বেছি উগ্ৰৰূপ ধাৰণ কৰিছে। তাত 'কু সংস্কাৰাচ্ছন্ন, ঠেক মনোবৃত্তিসম্পন্ন অন্ধ সমাজ, সমাজৰ পৃষ্ঠপোষক, বৰমূৰীয়াসকল আৰু ধৰ্মগুৰুসকল'ৰ কাৰ্যকলাপৰ প্ৰতিবাদত নায়কে খ্ৰীষ্টিয়ান ধৰ্ম গ্ৰহণ কৰিছে। অপূৰ্ব ভাৰতী ৰচিত 'যাত্ৰী' কথিকাটোৰ নায়কে চকু মেলিয়েই সূৰ্যৰ পোহৰত দেখিছে মাথো শ্ৰেণী বৈষম্যঃ 'সৌবোৰ কলকাৰখানা, ডাঙৰ ডাঙৰ মহাজনৰ ধনৰ বাগান। তাত গৰুৰ দৰে হালটনা সৌজন মুক মানব। দুইটা কেনে পৰিস্ফুট।' আনহাতে মহম্মদ

পিয়াৰে 'সৰ্বহাৰা মানুহৰ দল' কবিতাত প্ৰত্যক্ষভাৱে এইদৰে আহ্বান জনাইছে 'হেৰ' সৰ্বহাৰা মানুহৰ দল। গঢ়ি ল' তইঁতৰ দুনিয়া। নিজৰ হাতেৰে নিজৰ বলেৰে...।' সন্দেহ নাই এনেধৰণৰ লেখনীসমূহেও এই আলোচনীখনৰ মূলতঃ চুতীয়া পাঠক সকলক এক সংগ্ৰামী কিন্তু সাৰ্বজনীন মানসিকতা গঢ়াত বৰঙণি যোগাইছিল। বিপ্লৱী কবি অমূল্য বৰুৱাৰ প্ৰতি সশ্ৰদ্ধ উল্লেখেও (বুধীন বৰুৱাৰ দ্বাৰা) তাৰেই সাক্ষ্য বহন কৰে। ইয়াৰ লগত অৱশ্যে ভাৰতীয় জাত-পাতৰ বিদ্বেষ-বৈষম্যৰ আধাৰশিলাস্বৰূপ মনুসংহিতাৰ প্ৰতি সমৰ্থনসূচক লেখনীৰ যুক্তিযুক্ততা বিচাৰি পোৱা টান।

যিকি নহওক ভ্ৰমৰৰ এই তৃতীয় সংখ্যাতো চুতীয়া সম্প্ৰদায়-সংগঠনৰ লগত প্ৰত্যক্ষভাৱে সম্পৰ্কিত কেতবোৰ লেখনী-প্ৰতিবেদন প্ৰকাশ পাইছিল। ইয়াত প্ৰকাশিত উপেন্দ্ৰ ফুকন আৰু ধৰ্মেশ্বৰ চুতীয়াৰ 'ভ্ৰমৰ' শীৰ্ষক দুটি কবিতাত ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰা হৈছিল। অসম চুতীয়া সন্মিলনৰ অষ্টম অধিবেশনৰ (লখিমপুৰ,১৯৪৭) সভাপতি ইন্দ্ৰেশ্বৰ চুতীয়াৰ অভিভাষণৰ পূৰ্ণপাঠো ইয়াত প্ৰকাশ পাইছিল।

উক্ত অভিভাষণখনি তাৎপৰ্যপূৰ্ণ বহুকিটা কাৰণত। প্ৰথমতঃ উক্ত অষ্টম অধিবেশনখন অনুষ্ঠিত হৈছিল ১৯৪৭ চনৰ ৬-৭ এপ্ৰিলত অৰ্থাৎ স্বাধীনতা প্ৰাপ্তিৰ ঠিক প্ৰাক্ মুহূৰ্তত। এনে পৰিস্থিতিত অসমৰ সৰু সম্প্ৰদায় এটা আৰু তাৰ নেতৃবৃন্দৰ মনত কেনেবোৰ কথাই উকমুকনি লগাইছিল, তাৰ এটা ধাৰণা আমি ইয়াৰ পৰা লাভ কৰিব পাৰোঁ। স্বাধীনতাৰ পৰা চুতীয়াসকলৰ নো কি প্ৰত্যাশা আছিল, তাৰো এটি সম্যক ধাৰণা আমি ইয়াৰ পৰা পাব পাৰোঁ।

অভিভাষণখনিৰ আৰম্ভণিতে 'আমাৰ এই সন্মিলনখনিক সাম্প্ৰদায়িক সন্মিলন বুলি বহুতে ইয়াক ঘৃণাৰ চকুৰে চাব খোজে। .. গোটেই অসমীয়া সমাজ শৰীৰৰ অংগ পুষ্টিৰ কাৰণে ইয়াৰ আৱশ্যকতা আছে বুলি আমি অনুভৱ কৰোঁ" বুলি কৈ দ্ব্যৰ্থহীনভাৱে ঘোষণা কৰা হয় **'প্ৰথমে আমি অসমীয়া, তাৰ পিচতহে চুতীয়া'।**

কিন্তু প্ৰথমে অসমীয়া হৈও চুতীয়াসকলৰ সমস্যা সমাধান হোৱা নাছিল। বিদেশী সাম্ৰাজ্যবাদৰ লগতে দেশী বৰ্ণবাদকো সাঙুৰি ইয়াত খোলাখুলিকৈয়ে কোৱা হৈছিলঃ 'আমি অকল বিদেশী শাসনকৰ্তা ব্ৰিটিছৰে দাস নহয়- সমাজৰ বৰমূৰীয়া শ্ৰেণীৰো গোলাম। এই গোলামি দূৰ কৰিব নোৱাৰিলে সৰ্বাংগীন উন্নতি হ'ব নোৱাৰে। কোনো প্ৰকাৰ গোলামিকে আমি প্ৰশ্ৰয় দিব নোখোজোঁ। ইয়াক ভাঙি চিঙি চুৰমাৰ কৰি উন্মুক্ত হ'বই লাগিব।'

ইয়াৰ পৰা দেখা যায় যে স্বাধীনতাৰ দোকমোকালিত বিদেশী শাসনৰ অৱসানৰ সম্ভাৱনায়ো চুতীয়াসকলক সম্পূৰ্ণৰূপে আশ্বস্ত কৰিব পৰা নাছিল। তেওঁলোকে দেশী বৰমূৰীয়া জাতি-বৰ্ণবাদীৰ শোষণ অব্যাহত থকাৰ আশংকা কৰিছিল। এহাতেদি বৃহৎ

অসমীয়া জাতিৰ কথা কোৱা আৰু আনহাতে চুতীয়াসকলৰ নিজা সম্প্ৰদায়গত সংগঠন কৰাৰ মাজত আপাত দৃষ্টিত যি বিৰোধিতা আছে, তাক সমাধানৰ চেষ্টাৰে অভিভাষণখনিত কোৱা হৈছিলঃ

'ওপৰৰ জাত বিভাগ নিৰ্মূল কৰাৰ কথা উল্লেখ কৰিছোঁ যদিও, যেতিয়ালৈকে আন আন সম্প্ৰদায়বিলাকে নিজৰ বৈশিষ্ট্য বজাই ৰাখিবলৈ বিচাৰিব, তেতিয়ালৈকে এই সম্প্ৰদায়েও নিজৰ সুকীয়া অস্তিত্ব ৰক্ষা কৰি থাকিবই লাগিব। সেয়েহে আজি চুতীয়া সন্মিলনৰ আৱশ্যকতা।' ()

ভাং,কানি, মদ বৰ্জন, বিদ্যালয় স্থাপন, স্ত্ৰী শিক্ষা আদিত গুৰুত্ব দিয়াৰ উপৰিও সভাপতিজনে এঘাৰদিনীয়া আৰু মাহেকীয়া অশৌচ পালনত হোৱা বিশৃংখলা আৰু বাৰ মাহত তেৰটা সকাম পতাৰ বিৰোধিতা কৰে। আনহাতে ৰাজনীতি প্ৰসংগত কৰা এটা তাৎপৰ্যপূৰ্ণ মন্তব্যত কোৱা হয়ঃ

'আপোনালোকে যোৱা মৰাণ অধিবেশনত কংগ্ৰেছৰ ব্ৰিটিছৰ ভাৰত ত্যাগ প্ৰস্তাৱ সমৰ্থন কৰিছিল। এতিয়া ইং ১৯৪৮ চনৰ জুন মাহত ব্ৰিটিছে ভাৰত ত্যাগ কৰি যাব বুলি প্ৰতিশ্ৰুতি দিছে। তেতিয়া ভাৰত শাসন কৰাৰ ভাৰ পৰিব আমাৰ ওপৰতেই।' উক্ত বিৱৰণীত উল্লেখ থকা ছাত্ৰ সন্মিলনৰ প্ৰতিবেদনতে প্ৰতিফলিত হৈছে স্বাধীনতাৰ প্ৰভাতীলগ্নৰ চুতীয়া ছাত্ৰৰ মেজাজঃ

## ছাত্ৰ সন্মিলন

'আবেলি প্ৰায় তিনিমান বজাৰ পৰা সদৌ অসম চুতীয়া ছাত্ৰ সন্মিলনৰ অধিবেশন বহে। বিয়াল্লিছৰ গণ বিপ্লৱী ... সোণাৰাম চুতীয়া বি.এ. দেৱে সভাৰ সভাপতিত্ব কৰিছিল। ছাত্ৰ সকলৰ ... সোঁত, বোৱাই দিব পৰা এটি গৰম বক্তৃতাৰে সভাপতিদেৱে ছাত্ৰ অধিবেশনৰ কাম সমাধা কৰিছিল।' (আখৰ অস্পষ্ট শব্দবোৰ .......... কৈ দেখুৱা হৈছে।)

চন্দ্ৰকমল ৰাজখনিকৰৰ কবিতাতো সেই মেজাজৰে অনুৰণণ ঘটিছেঃ

'মস্ত উপাধিৰে টাপি টুপি ৰাখি কতই সংসাৰহাটত
হীনবোধ কৰে চিনাকি দিওঁতে তেওঁযে চুতীয়া জাতত
কতই হয়তো পিচলি পৰিছে আনৰ মাধুৰী মাতত
কতই বা আৰু বৈ আছে গৈ জাতৰ পাৰ-ঘাটত
চুতীয়া ডেকা নেৰিবি সিহঁতক পালে তেনেকুৱা বাটত।'

পাছে **'ভ্ৰমৰ'** ৰ পাতত প্ৰথমে পৰিলক্ষিত পৰিমাণগত পৰিবৰ্তন সমূহ লাহে লাহে গুণগত পৰিবৰ্তনলৈ পৰ্যবসিত হ'ব ধৰিলে। প্ৰথম বছৰ চতুৰ্থ সংখ্যা (১৮৭১শক, ৰঙালী সংখ্যা ১৯৪৯ চন) ভ্ৰমৰৰ লেখক সূচী আৰু বিষয়বস্তু কোনোটোতেই ইয়াৰ

চুতীয়া জনগোষ্ঠীগত-সাংগঠনিক চৰিত্ৰৰ বিশেষ কোনো চাপ দেখা নগ'ল। উদাহৰণস্বৰূপে ইয়াৰ প্ৰবন্ধ সমূহ আছিলঃ ডা. মহানন্দ বৰুৱা সাহিত্য ভূষণৰ 'মহাসতী জয়মতী', ডা. ললিত কুমাৰ বৰুৱাৰ 'জন্ম নিয়ন্ত্ৰণ আৰু স্বাস্থ্য', অৱনীন্দ্ৰ চন্দ্ৰ বড়াৰ 'জৰ্জ বাৰ্ণাড শ্ব আৰু তেওঁৰ সাহিত্য প্ৰতিভা', চিত্ৰগিৰি মহন্তৰ 'সৰ্বভাৰতীয় দৃষ্টিত অসম আৰু অসমীয়া জাতি', বেণুধৰ শৰ্মাৰ 'পিয়লি বৰফুকন', ভাৰত ফুকনৰ 'বিভিন্ন দেশৰ বিবাহ পদ্ধতি' সুবৰ্ণ বৰাৰ 'বাপুজী আৰু এণ্ড্ৰুজ' আদি উল্লেখযোগ্য। এই সংখ্যাৰ আন লেখকসকল আছিল ৰত্নকান্ত বৰকাকতী, নীলমণি ফুকন, ৰবীন বৰুৱা, ৰামচন্দ্ৰ দাস, ইন্দীবৰ গগৈ, ৰঘুনাথ চৌধাৰী, তৰুণ চক্ৰবৰ্তী, পদ্মেশ্বৰ শইকীয়া, মহেন্দ্ৰ নাথ সভাপণ্ডিত, নোমল চন্দ্ৰ পেগু, ভোলানাথ হাজৰিকা, নবীন চন্দ্ৰ বড়া, জীতেন্দ্ৰ নাথ দত্ত, ফুলেশ্বৰ দত্ত, মাণিকচন্দ্ৰ শৰ্মা, নবীন গোহাঁই, প্ৰমোদ কুমাৰ ভৰালী, নৰেন্দ্ৰ নাথ চুতীয়া আদি।

আশ্চৰ্যজনক ভাবে এই সংখ্যাত চুতীয়া সম্প্ৰদায় বা চুতীয়া সংগঠন সম্পৰ্কে এটা লেখনীহে নালাগে, এটা বাক্য, এটা শব্দও প্ৰকাশ নাপালে। এয়া লেখকৰ অভাৱৰ বাবেই, নে লেখনীৰ অভাৱৰ বাবেই, নে সম্পাদনাৰ নীতি পৰিবৰ্তনৰ বাবেই বুজা নগ'ল। সেই কথা পৰবৰ্তী সংখ্যাবোৰৰ পৰ্যালোচনাত নিশ্চয় স্পষ্ট হ'ব।

ভ্ৰমৰৰ দ্বিতীয় বছৰ প্ৰথম সংখ্যাৰো (ভোগালী সংখ্যা, জানুৱাৰী ১৯৪৯চন) বেছি ভাগ বিষয়বস্তু ধৰ্ম, সমাজ, সংস্কৃতি, অৰ্থনীতি সম্পৰ্কীয় আৰু চুতীয়া লেখকৰ সংখ্যা নগণ্য। লক্ষ্মীনাথ বেজবৰুৱাৰ ধৰ্মীয় 'তত্বকথা'ৰে আৰম্ভ হোৱা এই সংখ্যাত অৱনীন্দ্ৰ চন্দ্ৰ বৰাৰু 'স্বাস্থ্য আৰু মানসিক প্ৰবৃত্তি', মজিবুদ্দিন আহমেদৰ 'অসমীয়া সংস্কৃতি আৰু শ্ৰীশ্ৰী শংকৰদেৱ', কমল চন্দ্ৰ চুতীয়াৰ 'অসমৰ অৰ্থনৈতিক অৱস্থা' আদি লেখনী প্ৰকাশ পায়। আন লেখকসকলৰ ভিতৰত আছিল হেমকান্ত দুৱৰা, ইন্দীবৰ গগৈ, প্ৰমোদ চন্দ্ৰ বৰদলৈ, অৰ্জুন চন্দ্ৰ দাস, কমল চন্দ্ৰ চুতীয়া, হৰেন কোঁৱৰ, নৱকুমাৰ ৰাজখোৱা, দুৰ্গেশ্বৰ কটকী, শিৱপদ দত্ত, জীৱন চন্দ্ৰ তামুলী, অৰুণচন্দ্ৰ বৰপূজাৰী, লোহিত বৰা, প্ৰয়াত অমূল্য বৰুৱা, দেবেশ্বৰ দিহিঙীয়া বৰুৱা, চিদানন্দ শইকীয়া, অমৰ কুমাৰ ভট্টাচাৰ্য্য, লক্ষেশ্বৰ চুতীয়া, ললিতৰাম শইকীয়া, ক্ষেত্ৰমোহন বৰুৱা আদি। ইয়াৰে কমল চন্দ্ৰ চুতীয়াৰ 'সাধনী ৰাণী' শীৰ্ষক অভিভাষণত সাধনীৰ বীৰ পূজা কৰা হৈছে। 'স্বাধীনতাৰ যজ্ঞত বিয়াল্লিশৰ সৰুপথাৰ' শীৰ্ষক প্ৰবন্ধত কুশল কোঁৱৰকে ধৰি ৩৬ জন স্বাধীনতা সংগ্ৰামীক ৰেল বগৰোৱা ঘটনাৰ আচামী ৰূপে লৈ চলা বিচাৰৰ বিৱৰণী আছে। মন কৰিবলগীয়া যে এই সকল সংগ্ৰামীৰ ভালেসংখ্যকেই চুতীয়া সম্প্ৰদায়ৰ আছিল যদিও কুশল কোঁৱৰ নিজেই চুতীয়া সম্প্ৰদায়ৰ বুলি ইয়াত প্ৰত্যক্ষ ভাৱে উল্লেখ কৰা হোৱা নাই (যিদৰে পৰবৰ্তী কালত চুতীয়া সংগঠনসমূহে দাবী কৰিছে)। এই সংখ্যাৰ সম্পাদকীয়ত ১। সাম্প্ৰদায়িকতা ২। গুৰুঘৰীয়া ৩। এঘাৰদিনীয়া -মাহেকীয়া ৪। দলীয় ৰাজনীতি ৫। অন্ধ বিশ্বাস এই পাঁচোটা বিপদৰ বিৰুদ্ধে সংগ্ৰামৰ আহ্বান জনোৱা হৈছিল- ইয়াত আমোলাতন্ত্ৰৰ বিৰুদ্ধেও অভিযোগ

উথাপন কৰি চুতীয়া সন্মিলনৰ লগত সম্পৰ্ক পুনৰ এনেকৈ ঘোষণা কৰা হৈছিল ঃ

'ভ্ৰমৰে সোণ-ৰূপৰ চৰুত হাত দি জন্ম গ্ৰহণ কৰা নাই, বা কোনো দল সম্প্ৰদায়ৰ স্বাৰ্থ সিদ্ধিৰ দলীয় ভাব পোষণ কৰিও ওলোৱা নাই। অসম চুতীয়া সন্মিলনৰ দ্বাৰা সংগৃহীত ভ্ৰমৰ পুঁজিৰ যৎসামান্য অৰ্থৰ সম্বল লৈয়ে অসমীয়া সাহিত্যৰ আৱশ্যকীয় সম্ভাৰ আহৰণ কৰি পাঠক-পাঠিকাৰ আহৰি সময়ৰ লগৰী হোৱা আৰু সাহিত্য চৰ্চাৰ মহান আদৰ্শ লৈয়েই জন্ম। গতিকে অসমীয়া সাহিত্যসেৱী মাত্ৰেই ইয়াৰ পৃষ্ঠপোষক আৰু গ্ৰাহক-গ্ৰাহীকাই ইয়াৰ জীৱন।'

এইদৰেই চুতীয়া সন্মিলনৰ মঞ্চত জন্ম লভিও ভ্ৰমৰে এক সাৰ্বজনীন আবেদন জনাইছিল আৰু তাৰ উপযুক্ত সঁহাৰিও পাবলৈ সক্ষম হৈছিল। দ্বিতীয় বছৰ দ্বিতীয় সংখ্যাত (ৰঙালী সংখ্যা, ১৮৭২ শক, ১৯৫০ চন) 'ভ্ৰমৰ'ৰ বাবে "প্ৰগতিমূলক জাতি গঠনৰ উপযোগী গল্প, কবিতা, বৈজ্ঞানিক প্ৰবন্ধ, অনুবাদ সাহিত্য, বুৰঞ্জীৰ আলোচনা, বিবিধ মৌলিক আৰু সাময়িক প্ৰবন্ধ' আহ্বান কৰা হৈছিল। সেই আহ্বানৰ সঁহাৰি মৰ্মে প্ৰাপ্ত লেখনীৰ ভিতৰত বিশিষ্ট সাহিত্যিক পাছত সাহিত্য অকাডেমী পুৰস্কাৰপ্ৰাপ্ত নলিনীধৰ ভট্টাচাৰ্যৰ 'কেৰপাই' গল্পত পাওঁ ঃ

'... দেশত স্বাধীন চৰকাৰ চলিছে। মানুহৰ জীৱনৰ মান দিনক দিনে তললৈ হে গৈছে। অভাৱত মানুহে নৈতিকতা বিসৰ্জন নিদিবই বা কিয়... সি মাটিহীন খাবলৈ নোপোৱা মানুহৰ এখন মস্ত তালিকা মোৰ আগত ডাঙি ধৰে। মোৰ তাক ক'বৰ মন যায়; তোমালোক আটাইবোৰ একগোট হোৱা সংগঠিত হোৱা... তেহে জীৱনৰ এই দুখ কষ্টবোৰ আঁতৰ হ'ব.. সমাজৰ গাঁথনিক ভাঙিব পৰা হ'ব।'

একেদৰে অপূৰ্ব ভাৰতীয়ে লিখিছে ঃ

'ৰায়বাহাদুৰ, দাৰোগা আৰু তেনেধৰণৰ সুবিধাবাদী, মদগৰ্বী এদল লোক আজি ধনীক দলৰ লেচু। তেওঁলোকৰ সহায়তেই আজি ধনীক দলৰ অখণ্ড প্ৰতাপ। আনপিনে অৰ্ধনগ্ন, বুভুক্ষু ৰমাকান্তৰ দৰে মুক্তিপিয়াসী জনতাই পেটৰ দায়ত মুক্তিৰ বাবে সংগ্ৰামত অৱতীৰ্ণ। ... প্ৰকাণ্ড এটা শোভাযাত্ৰা। মুক্তিপ্ৰয়াসী ৰমাকান্তই আগত পতাকা লৈ গৈছে মুক্তিৰ, তাৰ দৰেই সহস্ৰ বুভুক্ষু জনতাৰ মুক্তিৰ বাবে। কি যে অপৰূপ দৃশ্য।'

মন কৰিবলগীয়া যে 'স্বাধীনতা'ৰ মাত্ৰ তিনিবছৰ পূৰ হওঁতে-নৌহওঁতেই ভ্ৰমৰৰ পাতত এই কৰুণ মোহভংগৰ অভিলেখ অংকিত হৈছিল। (ড.) মহেশ্বৰ নেওগৰ দৰে বিশিষ্ট লেখকে স্বাধীনতাৰ তিনিবছৰ পাছতো 'ভ্ৰমৰ'ৰ পাততেই অস্পৃশ্যতাৰ বিৰুদ্ধে লিখিছিল ডিম্বেশ্বৰ নেওগৰ 'নাৰদীয় ভক্তিসূত্ৰ', ৰঘুনাথ চৌধাৰীৰ 'কবিতা আৰু কবি',ৰ উপৰিও নীলাম্বৰ দাস, নকুল চন্দ্ৰ ভূঞা, শিখা কাকতি, ভাৰত ফুকন, ৰোহিণী কাকতি, মুহীধৰ গগৈ, দেৱেশ্বৰ দিহিঙীয়া বৰুৱা, ফণী দত্ত, দণ্ডধৰ হাজৰিকা, মোহন শইকীয়া, নীলমণি ফুকন (দেৰগাওঁ), পদ্ম বৰগোহাঞি, ৰাম প্ৰসাদ শইকীয়া, তীৰ্থনাথ গোস্বামী,

চিদানন্দ শইকীয়া, নোমল দত্ত আদিৰো লেখনী প্ৰকাশ পোৱা এই সংখ্যাৰ মানদণ্ড উৰ্দ্ধগামী হ'লেও ইয়াত চুতীয়া সম্প্ৰদায়-সংগঠনৰ বিষয়ে সামান্যতমো উল্লেখ নথকাটো তাৎপৰ্যপূৰ্ণ। আনকি 'সন্মিলনৰ বাতৰি'ৰ নিয়মীয়া শিতানবোৰৰো ক্ৰমাগত বিলোপ সাধনো লক্ষ্যণীয়।

দ্বিতীয় বছৰৰ তৃতীয় আৰু চতুৰ্থ সংখ্যা ভ্ৰমৰতো বিশেষ তাৰতম্য নঘটিল। ১৯৫০চনৰ এই দুটা সংখ্যাত নতুন লেখকৰ ভিতৰত দেখা গ'ল হেম বৰুৱা, নীলাম্বৰ দত্ত, বাসুদেৱ চেতিয়া, টোকেন্দ্ৰ নাথ চেতিয়া পাতৰ, শৰৎ ৰায় বৰুৱা, গুল আনাৰ বেগম,. আলিমুননিছা, বীণা বৰুৱা, কাকা কালেলকাৰ আৰু জৱাহৰলাল নেহৰু (অনুবাদ) আদি।

ভ্ৰমৰৰ তৃতীয় বছৰ প্ৰথমসংখ্যা প্ৰাপ্ত নোহোৱাত দ্বিতীয় তৃতীয় আৰু চতুৰ্থ সংখ্যাৰ একত্ৰিত সংকলনটোৰ কথালৈ যাব লাগিব। ১৮৭৪ শকৰ শাওন চ'ত সংখ্যা (১৯৫২ চন) ৰূপে প্ৰকাশিত তিনিশ পৃষ্ঠাৰ এই সুবৃহৎ সংকলনটোত আগতে উল্লেখ কৰা লেখকসকলৰ উপৰিও আছিল ক্ৰমে বকুলবনৰ কবি আনন্দ চন্দ্ৰ বৰুৱা, হৰকান্ত দাস, অৱনীন্দ্ৰচন্দ্ৰ বৰা, বিনন্দচন্দ্ৰ পূজাৰী, নীলকান্ত গোহাঁই, মোহন চন্দ্ৰ মহন্ত, লোহিত বৰা, তোযেশ্বৰ বৰবৰুৱা, ডম্বৰুধৰ গগৈ, গোপীনাথ বৰদলৈ (ৰহা), মহীচন্দ্ৰ বৰা, ৰজতচন্দ্ৰ বৰুৱা, গোলাপ চন্দ্ৰ বৰদলৈ, যতীন্দ্ৰনাথ দুৱৰা, যোগেশ দাস, মাণিক চন্দ্ৰ চক্ৰবৰ্তী, ত্ৰিলোচন শইকীয়া, নন্দনাথ গোস্বামী, টংকেশ্বৰ মেছ, তৰুণ চন্দ্ৰ  চাংকাকতি, ভূধৰ কোঁৱৰ, গকুল খাউণ্ড,  তৰুণ চন্দ্ৰ পামেগাম, শৰৎ চন্দ্ৰ দত্ত, প্ৰভাত চন্দ্ৰ ফুকন, নাৰায়ণচন্দ্ৰ বৰপূজাৰী, পূৰ্ণেশ্বৰ বৰদলৈ, সোণাৰাম শইকীয়া, হৰেন্দ্ৰনাথ কোঁৱৰ, ৰায়বাহাদুৰ কনকলাল বৰুৱা, জগতচন্দ্ৰ দত্ত, ভুবন চন্দ্ৰ সন্দিকৈ, তাৰা গোঁহাই, মহানন্দ দেৱ গোস্বামী, ৰবিকান্ত চুতীয়া, ভগগিৰী ৰায়চৌধুৰী, দণ্ডেশ্বৰ শৰ্মা, ভোলানাথ গগৈ, বন্দনা বৰুৱা, পদ্ম বৰগোহাঞি, ভুবন কৃষ্ণ কোঁৱৰ, ৰেণুপ্ৰভা দত্ত, কামেশ্বৰ বৰুৱা, কণিকাপ্ৰভা শইকীয়া, চন্দ্ৰকান্ত বৰপাত্ৰগোহাঁই, 'চহা', মোহন, ঘনকান্ত দুৱৰা, সৰ্বেশ্বৰ জালভাৰি ফুকন, অতুল চন্দ্ৰ হাজৰিকা, হেমকান্ত গোহাঁই, ৰমানন্দ দেৱ ডেকাধিকাৰ, লীলাধৰ হাতীশইকীয়া, উমাকান্ত শৰ্মা, কোবাদ আলি আহমদ, চিদানন্দ শইকীয়া আদি প্ৰায় ৭৫ জন লেখক-লেখিকা।

মনকৰিবলগীয়া যে উক্ত লেখকসকলৰ সৰহ সংখ্যকেই চুতীয়া সম্প্ৰদায়ৰ নহয় আৰু তেওঁলোকৰ ভিতৰত অম্বিকাগিৰী ৰায়চৌধুৰী, আনন্দ চন্দ্ৰ বৰুৱা, ডিম্বেশ্বৰ নেওগ, যতীন্দ্ৰনাথ দুৱৰা, তৰুণচন্দ্ৰ পামেগাম, মোহন চন্দ্ৰ মহন্তকে ধৰি সেই সময়ৰ অসমৰ ভালেকিজন যশস্বীলেখক আছে।

ভ্ৰমৰৰ উক্ত সংখ্যাৰ বিষয়বস্তুবোৰ আছিল এনে ধৰণৰ ঃ

**প্ৰবন্ধবাজি ঃ** ভূস্বৰ্গ অসম, অসমীয়া সাহিত্যলৈ মাধৱদেৱৰ দান, আমাৰ স্বাধীনতা যুগৰ পৰাধীনতা, আত্মোন্নতিৰ প্ৰতিবন্ধক, কৃষ্টি কি? লাইব্ৰেৰীলৈ যাওঁ বলা, গীতাৰ আভাষ, কঃ পন্থা, মহামানৱৰ লগত এঘণ্টা, আঁহযুক্ত উদ্ভিদ, জাতীয়কৰণ, চুতীয়া জাতি (ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ জোনাকীত প্ৰকাশিত বুৰঞ্জীমূলক প্ৰবন্ধৰ পুনৰ

মুদ্ৰণ), ঘুঘুহা দ'ল শদিয়া নে সধয়াপুৰী (চুতীয়া বুৰঞ্জী সংক্ৰান্ত বেণুধৰ শৰ্মাৰ লেখনী) ৰামখা দেওশাল বিবাহপ্ৰথা ইত্যাদি।

**গল্প ঃ** 'হাড়ছাল আৰু অনুভূতি' (এজন হিন্দুস্তানী শ্ৰমিকৰ কৰুণ জীৱনৰ বিষয়ে 'ট্ৰেইনৰ অপেক্ষাত' (এজন মেতৰ বুঢ়াৰ প্ৰতি সহানুভূতিসূচক, 'জীৱনৰ খলা বমাত' (ভুৱা বন্ধুত্বৰ স্বৰূপ), 'নিৰীক্ষণ, নতুন যুগৰ নতুন বেহা' (দুখীয়া খেতিয়কৰ মাৰোৱাৰী দ্বাৰা শোষণৰ কাহিনী) 'তই বুলি মাতি' (জাত-পাতৰ বিৰুদ্ধে), দনাদ্দন (জ্যোতিষী গণকৰ ভণ্ডামিৰ বিৰুদ্ধে, 'সোণপাহীৰ জীৱনটো' (ধন বনাম প্ৰেম) নীলাখামৰ ফটো (বিষয় প্ৰেম), 'সন্ধিক্ষণ' (সমাজবাদৰ পক্ষে) বাস্তৱৰ এপিঠি (দুখীয়াৰ দুখ), জীৱনৰ চাকনৈয়াত (দুখীয়া ছোৱালীৰ দুখ) 'বিহুৰ দিনত', জননী জন্মভূমিশ্চ' (কাশ্মীৰৰ মুক্তিসংগ্ৰামৰ বিষয়ে অনুবাদ গল্প), জীৱনৰ দুপিঠি (দুখীয়া নিপীড়িত সংগঠন বনাম ধনীৰ ভণ্ডামি)

তদুপৰি প্ৰায় দুই ডজন কবিতা আৰু আন শিতানেও আলোচনীখনৰ উক্ত সংখ্যাটোৰ শোভা আৰু গুৰুত্ব বঢ়াইছিল। ইয়াৰপৰা দেখা যায় চুতীয়া সম্প্ৰদায়ৰ প্ৰতি দায়বদ্ধ আৰু তাৰ বুৰঞ্জীৰ প্ৰতি আগ্ৰহী হ'লেও ভ্ৰমৰে এক সাৰ্বজনীন উদাৰ দৃষ্টি ভংগী গ্ৰহণ কৰিছিল আৰু সেইবাবেই তাৰ গ্ৰহণযোগ্যতাও বাঢ়িছিল।

'ভ্ৰমৰ'ৰ এই অন্তিম (?) সংখ্যাটোত ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ 'চুতীয়া' প্ৰবন্ধটি লেখকৰ মৰণোত্তৰ ভাবে প্ৰকাশ পায়। এই প্ৰবন্ধৰ আৰম্ভণিতে এইদৰে লেখা হয়ঃ

'মোৱামৰীয়াবিলাক যেনে আমাৰ পুৰণিকলীয়া মানুহ এই চুতীয়াবিলাকো তেনে। বহুতো লালুং কছাৰীতকৈ বহুত ওপৰৰ খাপৰ। মোৱামৰীয়া বিলাক যেনেকৈ হিন্দুৰ এটা ডাল বুলিব পাৰি। এই চুতীয়াবিলাককো সেই দৰেই হিন্দুৰে এটা ডাল বুলিলে অসংগত হ'ব নেপায়।'

এই লেখনীৰ কেইটামান উল্লেখযোগ্য দিশ মন কৰিব লগীয়া। যেনে ঃ

(১) আৰম্ভণিতেই চুতীয়া তথা আন নিপীড়িত সম্প্ৰদায় সমূহৰ ক্ষেত্ৰত সন্মানজনক 'সকল' শব্দৰ বিপৰীতে তুচ্ছাৰ্থত ব্যৱহাৰ কৰা 'বিলাক' শব্দ লগোৱা হৈছে।

(২) (ক) আৰম্ভণিতেই চুতীয়াসকলক হিন্দু আৰু আনসকলক অহিন্দু বুলি বুজাবলৈ গৈ লালুং কছাৰী (অৰ্থাৎ তিৱা-বড়ো) সকলৰ পৰা তেওঁলোকক পৃথক কৰি পেলোৱা হৈছে। মন কৰিবলগীয়া যে ১৯২৯ চনত কমাৰবন্ধাত অনুষ্ঠিত চুতীয়া সন্মিলনৰ অধিবেশনৰ সভাপতিৰ অভিভাষণত 'ৰায়বাহাদুৰ' গোপীকাবল্লভ গোস্বামীয়ে ১৮৯৩-৯৪ চনত জোনাকীত প্ৰথম প্ৰকাশিত 'ৰায়বাহাদুৰ' কনকলাল বৰুৱাৰ এই প্ৰবন্ধৰ আৰ্হিৰেই চুতীয়াসকল আৰু বড়ো-কছাৰীসকলৰ মাজত অলংঘনীয় লক্ষ্মণ ৰেখা টানিছিল। পৰৱৰ্তী

কালত চুতীয়াসকলে জনজাতীয়ত্ব দাবী কৰিব নোৱাৰাৰ বাবেও এই কাৰকটো চিনাক্ত কৰা হৈছে। (সেই সম্পৰ্কে এই অধ্যায়ৰ অন্যত্র বিতং আলোচনা কৰা হৈছে)

২। আন উল্লেখ বিলাকত সাধনী ৰাণী নীতিপালৰ পত্নী বুলি উল্লেখ থাকিলেও এই প্ৰবন্ধত কনকলাল বৰুৱাই চুতীয়াৰ শেহৰজা (অৰ্থাৎ সাধনীৰ স্বামী) ধীৰনাৰায়ণ ওৰফে ধৰ্মধ্বজো হ'ব পাৰে বুলি ইংগিত দিছে। (এই বিষয়ে এই অধ্যায়ৰ বীৰপূজা শিতানত বিতংকৈ আলোচনা কৰা হৈছে।)

এই একেই সংখ্যাতে প্ৰকাশিত বেণুধৰ শৰ্মাৰ 'শদিয়া নে সধয়াপুৰী' প্ৰবন্ধত চুতীয়া ৰাজ্যৰ বুৰঞ্জীচৰ্চাৰ এক প্ৰয়াস কৰা হৈছে। এই দুটা প্ৰবন্ধ বাদ দিলে বাকী লেখক আৰু বিষয়সূচীৰ ফালৰ পৰা 'ভ্ৰমৰ' ইতিমধ্যেই এক সাৰ্বজনীন আলোচনীত পৰিণত হৈছিল। অনা-চুতীয়া লেখক সকলক জেগা এৰি দিবলৈ গৈ চুতীয়া লেখকসকল লুকাই পৰিছিল। সেই স্বেচ্ছা-ত্যাগৰ জৰিয়তে দুটা কথা প্ৰতিপন্ন হয়ঃ

(১) চুতীয়াসকলৰ চুতীয়াত্ব বৃহত্তৰ অসমীয়াত্বৰে অবিচ্ছেদ্য। সেইবাবেই হয়তো ভ্ৰমৰৰ চুতীয়াত্ব বৃহত্তৰ অসমীয়াত্বত বিলীন হৈ গৈছিল।

(২) এই বৃহত্তৰ সত্বাৰ সন্ধানে আন একো নকৰিলেও অসমৰ সেই প্ৰায় প্ৰতিজন অসমীয়া লেখক সাহিত্যিকক আকৰ্ষণ কৰিব পৰা এক চুম্বক বিন্দুৰো সৃষ্টি কৰিব পাৰিছিল। আন কথাত ক'বলৈ গ'লে চুতীয়া সন্মিলনৰ দ্বাৰা নিৰ্বাচিত চুতীয়া ব্যক্তিৰ দ্বাৰা গঠিত সম্পাদনা সমিতিয়ে এক সফল সাৰ্বজনীন আলোচনী সম্পাদনা প্ৰকাশনা কৰিবলৈ সক্ষম হৈছিল অন্ততঃ পাঁচ বছৰ জুৰি। ই চুতীয়া পাঠক সকলকো বহল বিশ্বৰ বতাহ এছাতিৰে গা জুৰ পেলাবলৈ সুযোগ দিছিল আৰু দিছিল আত্ম চেতনাৰ বাবে প্ৰয়োজনীয় আত্ম প্ৰত্যয়।

## দ্বিতীয় মুখপত্ৰ কুণ্ডিল

ভ্ৰমৰৰ প্ৰায় চাৰিদশক পাছত প্ৰকাশিত কুণ্ডিলৰ গতি প্ৰকৃতি কিন্তু ভ্ৰমৰতকৈ পৃথক ধৰণৰ। ১৯৯৩ চনত প্ৰথম প্ৰকাশিত কুণ্ডিলক 'চুতীয়াসকলৰ বাবে, চুতীয়া সকলৰ হৈ, চুতীয়া সকলৰ দ্বাৰা' বুলি ক'ব পাৰি।

ভৱকান্ত চুতীয়াৰ দ্বাৰা সম্পাদিত কুণ্ডিলৰ প্ৰথম বছৰ প্ৰথম সংখ্যাৰ সূচীপত্ৰ এনে ধৰণৰ ঃ

| | |
|---|---|
| ৫। ডঃ স্বৰ্ণলতা বৰুৱা | ঃ বীৰাংগনা সতী সাধনী |
| ৬। বেণুধৰ শৰ্মা | ঃ শদিয়ানে সধয়াপুৰী? |
| ৭। ফুলেশ্বৰ দত্ত | ঃ সাহিত্যিক স্বৰ্গীয় ভ্ৰমৰচন্দ্ৰ শইকীয়া |
| ৮। সূৰ্যকান্ত খনিকৰ | ঃ চুতীয়া জাতিৰ পৰম্পৰাত অসমৰ লোক সাহিত্য ঃ মণি কোৱঁৰ আৰু জনা গাভৰুৰ মালিতা |
| ৯। বিপুল চন্দ্ৰ দেউৰী | ঃ লুৰা কিদাঁমজুৰু |
| ১০। হেম ৰাজখোৱা | ঃ চুতীয়া জাতিৰ উন্নতিৰ কেইটামান প্ৰতিবন্ধক |
| ১১। কোষেশ্বৰ বৰুৱা | ঃ কুণ্ডিন, কুণ্ডিল আৰু কৌণ্ডিল্য |
| ১২। ভৱকান্ত চুতীয়া | ঃ আদৰকোনালে গৈছিলো |
| ১৩। গুণকান্ত চুতীয়া | ঃ চুতীয়াৰ বীৰ জপৰা জগধা |
| ১৪। ললিত চুতীয়া | ঃ চুতীয়া বা চুতীয়াল সোণোৱাল কছাৰীৰে অভিন্ন। |

## কুণ্ডিল, দ্বিতীয় সংখ্যা (১৯৯৪) লেখক আৰু লেখনীসমূহ ঃ

কদম তলৰ বুৰঞ্জী ঃ শ্ৰী দীন তামুলী

অবিভক্ত নগাওঁ জিলাৰ চুতীয়া জাতি ভকত বৈষ্ণৱ সকলৰ সামূহিক বাৰ্ষিক পালনাম মহোৎসবঃ শ্ৰী ব্ৰজনাথ বৰদলৈ

ৰাণী সাধনী আৰু চুতীয়া ৰাজত্বৰ এচোৱা ঃ শ্ৰী হেমচন্দ্ৰ ৰাজখোৱা

দেউৰী বৰা, দেউৰী বৰুৱা ঃ শ্ৰী বিপুল চন্দ্ৰ দেউৰী

বৰাক উপত্যকাত চুতীয়া গাওঁ ঃ শ্ৰী গয়াৰাম চুতীয়া

শ্ৰম সংগঠন আৰু আমি ঃ শ্ৰী শশী তাঁতী

চুতীয়া জাতিৰ এজন হস্ত শিল্পীৰ কৃতকাৰ্য্যতা 'স্বপ্নাতীত' ঃ শ্ৰী সদানন্দ চুতীয়া

উজনিৰ বিহু এতিয়া অসমৰ বিহু ঃ শ্ৰী পুণীৰাম হাজৰিকা

অসমত জাতি বা জাত বিভাজন ঃ এক আনুভূতিক প্ৰক্ৰিয়া ঃ ড. গিৰীশ বৰুৱা

ইতিহাসৰ জিলিকা পাত ঃ শ্ৰী অন্নদা শইকীয়া

বৰ সেনাপতি 'সৰ্বানন্দ সিংহ' ঃ শ্ৰী গুণকান্ত চুতীয়া

সাধনীৰ প্ৰতি গোহাঞিবৰুৱাৰ দৃষ্টিভংগী ঃ এটি মূল্যায়ণ ঃ শ্ৰী অৰুণ চন্দ্ৰ বৰদলৈ

অগ্ৰণী মুক্তি যোদ্ধা কৰ্মপ্ৰাণ ৰোহিণীকান্ত হাতীবৰুৱা- শ্ৰী চিদানন্দ শইকীয়া

কেৱল তোমাৰ বাবে (কবিতা) ঃ হৰেন্দ্ৰ কুমাৰ দত্ত

মোৰ দেশৰ মুকলি আকাশত (কবিতা) ঃ

চুতীয়া জাতি আৰু তেওঁলোকৰ সংস্কৃতি ঃ শ্ৰী নন্দ বৰা

কবিতা (কবিতা) - মৌচুমী বৰা

**দুখৰ দিনৰ কবিতা (কবিতা)**
**আমন্ত্ৰণ কৰিবানে বোধিবৃক্ষৰ মলয়া (কবিতা) ঃ যুগলজ্যোতি বৰা**
**Culture as a Historical Process: Ananda Mahanta**
**নেহৰুৱে কেনেকৈ গান্ধীজীক প্ৰতাৰণা কৰিলে ঃ শ্ৰী অজিত কুমাৰ শৰ্মা**
**অনৈক্যৰ মাজত ঐক্য ঃ শ্ৰী সূৰ্যকান্ত খনিকৰ**
**দেউৰী চুতীয়াসকলৰ পুৰণি ঐতিহ্য ঃ অধ্যাপক মধু বড়ো**
**এখন গাঁৱৰ ছবি ঃ চুতীয়া কৃষ্টিৰ এগছি বন্তি ঃ শ্ৰী ভৱকান্ত চুতীয়া**

## কুণ্ডিল, তৃতীয় সংখ্যা (১৯৯৭) লেখক আৰু লেখনীসমূহ ঃ

সম্পাদকীয়
অসমৰ চুতীয়া জাতি ঃ এক সুকীয়া চিন্তা- মোহিনী কুমাৰ শইকীয়া
মহামানব মহাত্মা গান্ধীৰ সপোনৰ ভাৰতবৰ্ষ আৰু বৰ্তমানৰ ভাৰতবৰ্ষ ঃ সোণেশ্বৰ বৰা
ত্ৰয়োদশ শতিকাৰ অসমৰ ভাষা - বিশ্বেশ্বৰ হাজৰিকা
অমৃতময় পথেৰে- লক্ষ্মী শইকীয়া
উত্তৰ পূৰ্বাঞ্চলত সাংস্কৃতিক ঐক্য সংহতি - যোগেশ দাস
বুদ্ধ অৱতাৰে বেদপথ কৰি ছন্ন - ৰূপম শইকীয়া
পাশা- বিদুল বৰুৱা
সদৌ চুতীয়া জাতি সন্মিলনৰ বিশিষ্ট সাংগঠনিক নেতা- স্বৰ্গীয় গোলোক চন্দ্ৰ বৰা-
হেমচন্দ্ৰ ৰাজখোৱা
সাধনী সেতু- বোপাৰাম ভাজনী
বশিষ্ঠৰ অভিযান- ড. বিশ্বনাৰায়ণ শাস্ত্ৰী
স্বপ্নাতীত- সদানন্দ দাস
বুদ্ধীন কুমাৰ ৰাজখনিকৰ (জীৱন বৃত্তৰ বিশ্লেষণ)
শিল্পতত্ত্ব আৰু শিল্পী ঃ জ্যোতিপ্ৰসাদৰ দৃষ্টিত (এটি টোকা) - অৰুণ চন্দ্ৰ বৰদলৈ।
ঐক্য-শান্তি-প্ৰগতিৰ ক্ষেত্ৰত বৈবাহিক সম্বন্ধ- নিবেদিতা শইকীয়া
১৯৮৭ চনৰ ফেব্ৰুৱাৰী মাহৰ পৰা সদৌ চুতীয়া জাতি সন্মিলন, অসম এ কৰা কামৰ
থূলমূল খতিয়ান।
সাধাৰণ সম্পাদকৰ প্ৰতিবেদন সদৌ চুতীয়া জাতি যুৱ সন্মিলনঃ অসম- বাবুল চুতীয়া
কুণ্ডিল নগৰ- শ্ৰী মন্ত শঙ্কৰদেৱ
চিফুং বাঁহীৰ সুৰৰ পৰা- স্বৰ্গীয় বিষ্ণুপ্ৰসাদ ৰাভা
নতুন উশাহ লোবাৰ সময়- চৈয়দ আব্দুল মালিক
পঞ্চজনৰ সহযোগত মানে ৰাইজৰ সহযোগ- শ্ৰী হেম ভৰালী

বীৰাঙ্গনা সতী সাধনী ড. স্বৰ্ণলতা বৰুৱা
শদিয়ানে সধয়াপুৰী - বেণুধৰ শৰ্মা
সাহিত্যিক স্বৰ্গীয় ভ্ৰমৰ চন্দ্ৰ শইকীয়া- ফুলেশ্বৰ দত্ত
চুতীয়া জাতিৰ পৰম্পৰাত অসমৰ লোক সাহিত্য মণিকোঁৱৰ আৰু জনা গাভৰুৰ মালিতা
শ্ৰী সূৰ্যকান্ত খনিকৰ
লুৱা কিদাঁমজুৰু- শ্ৰী বিপুল চন্দ্ৰ দেউৰী
চুতীয়া জাতিৰ উন্নতিৰ কেইটামান প্ৰতিবন্ধক - শ্ৰী হেম ৰাজখোৱা
কুণ্ডিল, কুণ্ডিল আৰু কৌণ্ডিল্য- কোষেশ্বৰ বৰুৱা
আদৰকোনালৈ গৈছিলো - শ্ৰী ভবকান্ত চুতীয়া
চুতীয়াৰ বীৰ জপৰা জগধা- শ্ৰী গুণকান্ত চুতীয়া
চুতীয়া বা চুতীয়াল সোনোৱাল কছাৰীৰ অভিন্ন- শ্ৰী ললিত চুতীয়া
বন্দী হৃদয়ৰ বন্দনা- দিনেশ শৰ্মা।
মঙ্গলদৈত কছাৰী বা চুতীয়া ৰাজ্যৰ পম খেদি- শ্ৰী কিৰণ চন্দ্ৰ শৰ্মা
মাউত নোহোৱা হাতী- পঞ্চানন শৰ্মা
ভিক্ষা- শ্ৰীমতী নিৰ্মলা চুতীয়া
উপলব্ধি- শ্ৰী লক্ষীধৰ বড়া
অশ্ৰু অঞ্জলি- সূৰ্য্যকান্ত খনিকৰ
চুতীয়া জাতিৰ ইতিহাস আৰু লোকসংস্কৃতি (গ্ৰন্থ সমালোচনা)ঃ ড. পূৰ্ণানন্দ শইকীয়া
ঐতিহ্যমণ্ডিত সত্ৰসমূহৰ মাধ্যমেৰে কলা-সংস্কৃতিৰ বিশ্লেষণঃ এটি চমু আলোচনা
শ্ৰী প্ৰফুল্ল প্ৰাণ মহন্ত।
কৃতকাৰ্যতাৰ শীৰ্ষত ঃ শ্ৰীমতী মৃদুস্মিতা ৰাজখোৱা
Khasi Chutiya as an official Title- Dr. Hamlet Bareh
Socio-economic Problem of Scheduled Castes and Scheduled Tribes-
Nandeswar Deuri Bora
The Chutiyas of Assam- G.C. Langthasa
Marriage Customs among the Chutiyas of Barak Valley- Dr. Bijoy Bhusan
Hazarika
সদৌ চুতীয়া জাতি সন্মিলন, অসম, কাৰ্য্য নিৰ্বাহক সমিতি ১৯৯২-৯৪

## কুণ্ডিল, চতুৰ্থ সংখ্যা, (২০০০)ৰ লেখক আৰু লেখনীসমূহঃ

**অতীতৰ পম খেদি ঃ**

অভ্যৰ্থনা সমিতিৰ সভাপতি মাননীয় শ্ৰীযুত হেমধৰ পাত্ৰবৰাৰ অভিভাষণ।

১ ম অধিবেশন 'আসাম চুতীয়া সন্মিলন' ১৯২৫ চন ১০ এপ্ৰিল গোলাঘাট ঢেকিয়াল মৌজাৰ নপমুৰা চাৰিঙ্গীয়া গাঁও ঃ ৰজনীকান্ত বৰদলৈ অভিভাষণ।

সূচনা ঃ ভ্ৰমৰ চন্দ্ৰ শইকীয়া

ভাষা আৰু সাহিত্যৰ সম্ভাৰ

ধাতু তাম্ৰাক্ষৰী ঃ ড. বিশ্বনাৰায়ণ শাস্ত্ৰী।

অসমীয়া ভাষাৰ ভৌগলিক আৰু ঐতিহাসিক কিছুমান শব্দৰ অৰ্থ আৰু তাৰ মৌলিক উৎস ঃ সূৰ্যকান্ত খনিকৰ

অসমীয়া ভাষাত বিভিন্ন জনগোষ্ঠীৰ প্ৰভাব ঃ কোষেশ্বৰ খনিকৰ

মাৰাঠী আৰু অসমীয়া ভাষাৰ সম্বন্ধ ঃ বিশেশ্বৰ হাজৰিকা

আধুনিক সমালোচনাৰ ধাৰা আৰু অসমীয়া সাহিত্যত ইয়াৰ প্ৰতিফলন ঃ ড. আনন্দ বৰমুদৈ

দেউৰী- চুতীয়া ভাষা- এটি টোকা ঃ ড. দীপালী বৰা

## ইতিহাস আৰু ঐতিহ্য সম্ভাৰ ঃ

অসমৰ 'কুণ্ডিল -শদিয়া' আৰু "দেউৰী-চুতীয়া" ঃ ড. মোহিনী কুমাৰ শইকীয়া।

'চুতীয়াসকলৰ ঐতিহাসিক উত্থান-পতন'ঃ দেবেশ্বৰ বৰুৱা

ইতিহাসৰ জলঙাৰে আহোম চুতীয়াৰ সম্পৰ্ক বিচাৰ ঃ ড. খগেন চন্দ্ৰ ফুকন

আহোম প্ৰশাসনৰ বিপক্ষে চুতীয়া বিদ্ৰোহ ঃ তচদ্দুক আমানুল হুছেইন।

পুৰণি অসমৰ মাতৃতান্ত্ৰিক সমজ আৰু কুণ্ডিলৰ ঐতিহ্য ঃ ৰীণা ভূঞা

## ধৰ্ম বিষয়ক সম্ভাৰ ঃ

মালিনী থান ঃ পকা ভগৱতী সকাম ঃ প্ৰতাপ নেওগ।

## ব্যক্তিনিষ্ঠ সম্ভাৰ ঃ

ব্যক্তিনিষ্ঠ নিবন্ধ ঃ দেউৰী-চুতীয়া-অসমীয়া ইত্যাদি ঃ টঙ্কেশ্বৰ দেউৰী।

পণ্ডিত গোপীনাথ বৰদলৈ ঃ বোপাৰাম ভাজনী।

## সাংস্কৃতিক উপচাৰ ঃ

অসমৰ চুতীয়া জাতি আৰু বাৰে ৰহণীয়া সংস্কৃতি ঃ সত্যমণি দত্ত

চুতীয়া জাতিৰ ঐতিহ্য আৰু অসমীয়া জাতিগঠন প্ৰক্ৰিয়াৰ ৰেঙণি ঃ ড. প্ৰদীপ কুমাৰ বৰুৱা।

আদিবাসী ঐক্য সংগঠনৰ প্ৰয়োজনীয়তা ঃ ললিত চুতীয়া

অসমীয়া জাতীয় জীৱনত চুতীয়া জাতিৰ ভূমিকা ঃ ডিম্বেশ্বৰ দয়াল শৰ্মা

অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত চুতীয়া জাতিৰ অৱদান- এটি চমু সমীক্ষা ঃ সঞ্জীৱ কুমাৰ

অধ্যাপক।
সম্প্ৰীতি আৰু দায়বদ্ধতা ঃ যোগ বৰা।
অসমীয়া সমাজত চুতীয়া মহিলাৰ স্থান ঃ ড. বিভা বৰা।
দিক্কৰ বাসিনী আৰু কিছু কথা ঃ কোষেশ্বৰ বৰুৱা।
শিক্ষাত অনগ্ৰসৰতা আৰু চুতীয়া জাতি ঃ অন্নদা শইকীয়া।
চুতীয়া জাতিৰ অনগ্ৰসৰতাৰ কাৰণ ঃ প্ৰবীণ কুমাৰ শইকীয়া।
চুতীয়াসকলৰ সাংস্কৃতিক জীৱনত এভুমুকি ঃ ড. স্বৰ্ণলতা বৰুৱা
ৰাজনীতিৰ পটভূমিত চুতীয়া জাতিৰ উঠন-পতন আৰু সংৰক্ষণ ঃ সোণেশ্বৰ বৰা।
চুতীয়া সকলে ব্যৱহাৰ কৰা বনৌষধি ঃ গুণাৰাম খনিকৰ

## কুণ্ডিল, পঞ্চম সংখ্যা (২০০৫) লেখক আৰু লেখনীসমূহ ঃ

সম্পাদকীয়
ইতিহাসৰ পম খেদি
চুতীয়া কৃষ্টি ঃ বেণুধৰ শৰ্মা
দেউৰী-চুতীয়া ভাষাৰ ব্যাকৰণ আৰু অসমীয়া ভাষাত চুতীয়া ভাষাৰ শব্দ প্ৰয়োগৰ চমু আভাস।
ঃ গণক চন্দ্ৰ দেউৰী
চুতীয়াসকলৰ ভূত-ভৱিষ্যত ঃ মেদিনী চৌধুৰী
চুতীয়াসকলৰ সাংস্কৃতিক জীৱনত এভুমুকি ঃ ড. স্বৰ্ণলতা বৰুৱা
এসময়ৰ শৌৰ্যবীৰ্যশালী চুতীয়াসকল আৰু দেৱতাৰ পূজাৰী দেউৰী সকল ঃ শিৱ শৰ্মা
চুতীয়া জাতিৰ জন্ম কথা ঃ বিশ্ব বৰুৱা
আদি মধ্যযুগৰ চুতীয়া ৰাজ্যৰ গঠন প্ৰক্ৰিয়াত এভুমুকি ঃ ড. ৰমেশ বুঢ়াগোহাঞি
চুতীয়া জাতি- অতীত আৰু ভৱিষ্যত ঃ শশীকান্ত শইকীয়া
ইতিহাসৰ মহীয়সী নাৰী সতী সাধনী ঃ যতীন চুতীয়া
কাছাৰৰ চুতীয়া জাতি ঃ দেৱী চুতীয়া
বিৱৰ্তনৰ আৱৰ্তত চুতীয়া জনগোষ্ঠী ঃ কিছু প্ৰাসঙ্গিক কথা ঃ ৰমেশ চন্দ্ৰ চুতীয়া
আহোম আৰু চুতীয়াৰ মাজৰ সম্পৰ্ক ঃ কমলেশ্বৰ হাজৰিকা
চুতীয়া সকলৰ সমাজ আৰু সংস্কৃতি ঃ বেণু গগৈ
ক্ষুদ্ৰ জাতিসত্তাৰ স্বাধিকাৰ প্ৰসঙ্গ আৰু অসম ঃ যোগেন চন্দ্ৰ বৰা
বুৰঞ্জীয়ে পৰশা ৰংপুৰ ঃ ড. আনন্দ বৰমুদৈ
জন বিস্ফোৰণ আৰু আমাৰ পৰিবেশ ঃ আইভিলতা চুতীয়া
দিক্কৰবাসিনী আৰু কিছু কথা ঃ কোষেশ্বৰ বৰুৱা

দেউৰী-চুতীয়া ভাষা- এটি পৰ্যালোচনা ঃ ললিত চুতীয়া

**গল্প**

পুৱাৰ সুৰুযে নিয়ৰ কাঢ়েঃ লেনিন সৌৰভ বৰা
ঈক্ষণ্ ঃ চন্দিকা দত্ত কোঞৱৰ

## কবিতা

তোমাৰ বাঁহীৰ সপ্তসুৰত ঃ শোভেন হাজৰিকা
এমুঠি কবিতা ঃ স্মৃতিৰেখা হাজৰিকা
তিনিটা স্তৱক ঃ দিলীপ বৰুৱা
সেই শূন্যতাত ঃ নিৰোদ গোহাঁই
শাওণৰ স্তৱক ঃ ভাৰতী বৰা
মোৰ অনুভৱত তেওঁ ঃ ৰশ্মিৰেখা ভৰালী
ভিক্ষাৰী দাত্ৰী দান ইত্যাদিঃ দাদুল চুতীয়া
কুণ্ডিল ঃ নিজৰা ভাজনী
বিভিন্ন সময়ত সদৌ চুতীয়া জাতি সন্মিলন, অসমে চৰকাৰৰ ওচৰত উত্থাপন কৰি অহা দাবীসমূহ

অসম চৰকাৰলৈ স্মাৰক পত্ৰ-দেউৰী-চুতীয়া ভাষা ঃ সূৰ্যকান্ত খনিকৰ
A Brief Note on the Deori-Chutia language : Dr. S. L. Baruah
Memorandum to the Hon'ble Prime Minister of India
সদৌ চুতীয়া জাতি সন্মিলন, অসমৰ অষ্টবিংশতিতম অধিবেশনৰ সভাপতিৰ অভিভাষণ।

... এইখিনিতেই উল্লেখ কৰিব লাগিব যে সদৌ চুতীয়া জাতি সন্মিলনৰ সৌজন্যত প্ৰকাশিত কুণ্ডিলৰ সম্পাদনা সমিতিখন প্ৰথমছোৱাত এনেধৰণৰ আছিল ভৱকান্ত চুতীয়া (সম্পাদক), বোপাৰাম ভাজনী, কুলনাথ চুতীয়া আৰু ললিত চুতীয়া। এই সমিতিয়ে প্ৰথম তিনিটা সংখ্যা সম্পাদনা কৰাৰ পাছত চতুৰ্থ সংখ্যাত সমিতিখনৰ পৰিবৰ্তন ঘটে। সেই অনুসৰি ভৱকান্ত চুতীয়া(সম্পাদক), শৰৎ শইকীয়া আৰু বোপাৰাম ভাজনীক লৈ সমিতিখন পুনৰ গঠিত হয়। পাছত পঞ্চম সংখ্যাটো সম্পাদনা কৰে ললিত চুতীয়াক সভাপতি, অনিল কুমাৰ বৰাক সম্পাদক আৰু হৰেন চুতীয়া, খগেন ৰাজখোৱা, ৰমেশ চন্দ্ৰ চুতীয়া, কমলেশ্বৰ হাজৰিকা, ৰশ্মিৰেখা ভৰালীক সদস্যৰূপে লৈ গঠিত সম্পাদনা সমিতিয়ে।

কুণ্ডিলৰ বিগত পাঁচটা সংখ্যাৰ পৃষ্ঠা সংখ্যা হৈছে ডাবল ক্ৰাউন আকাৰৰ ক্ৰমে ৮০,১০০,৫০, ১১৬ আৰু ১১২ =৪৫৮ পৃষ্ঠা। সুদৃশ্য বেটুপাতেৰে প্ৰকাশিত আলোচনীখনৰ উক্ত পাঁচটা সংখ্যাৰ সৰ্বমুঠ (২৮+২৪+১৭+৩১+৩৫=১৩৫) টা লেখনীয়ে বিগত প্ৰায় একদশক কালত এক চুতীয়া সম্প্ৰদায়গত ভাৱাবেগ গঢ়ি তোলাত নিশ্চয় বৰঙণি যোগাইছে।

নিঃসন্দেহে এই মুখপত্ৰ / আলোচনী সমূহে এটা জাতীয় / জনগোষ্ঠীগত চেতনা গঢ়ি তোলাত বিশেষ বৰঙণি যোগাইছিল। ভ্ৰমৰ, কুণ্ডিল আলোচনীয়ে সিবিলাকৰ ডেৰহেজাৰ (১৫০০) পৃষ্ঠাৰ মেটমৰা সম্ভাৰেৰে ইতিহাসৰ অনাবিস্কৃত অধ্যায়ৰ সাক্ষ্য বুকুত বান্ধি ৰাখিছে। বুৰঞ্জীৰ পুনৰ গঠনৰ স্বাৰ্থতেই আজি সেয়ে ভ্ৰমৰৰ আলোচনীৰ পুনৰমুদ্ৰণ (সম্পাদিত ৰূপত হ'লেও) জৰুৰী আৰু গুৰুত্বপূৰ্ণ বুলি বিবেচিত হৈছে। এই বিষয়ে আৰু দুটা কথা বিশেষভাৱে উল্লেখযোগ্য। সেয়া হ'লঃ

(১) তথাকথিত মূলসুঁতিৰ 'প্ৰেছে' দলিত-নিপীড়িত গোষ্ঠীসমূহৰ আশা - আকাংক্ষা, কামনা- বেদনা প্ৰতিফলিত কৰিব নোৱাৰা বাবেই এই জনগোষ্ঠীগত 'প্ৰেছ'ৰ জন্ম।

(২) বৰ্ণহিন্দু আধিপত্যাধীন তথাকথিত মূলসুঁতিৰ 'প্ৰেছ'ৰ বিপৰীতে এয়া কোনো চেৰাসুঁতি বা এৰাসুঁতিৰ প্ৰেছ নহয়, বৰং ইও এক সমান্তৰাল মূলসুঁতিহে।

দুৰ্ভাগ্যজনক ভাবে অসমৰ সংবাদপত্ৰৰ ডেৰশবছৰীয়া ইতিহাসতো এই দুই শতাধিক জনগোষ্ঠীগত বাতৰি কাকত /আলোচনী /মুখপত্ৰৰ নামোল্লেখ পৰ্যন্ত নাই (একমাত্ৰ বড়ো আলোচনী কেইখন মানৰ বাদে)। ইয়াৰ পৰা দেখা যায় যে অসমৰ সংবাদমাধ্যম দলিত -নিপীড়িত জনগোষ্ঠীসমূহৰ সম্পৰ্কত সম্পূৰ্ণ উদাসীন, নিৰ্বিকাৰ, অ-স্পৰ্শকাতৰ, আনকি অৱহেলা আৰু অৱজ্ঞাৰ প্ৰতিমূৰ্তি। সেয়েহে চুতীয়াসকলকে ধৰি বিভিন্ন জনগোষ্ঠীয়ে যেতিয়া নিজা নিজা কাকত / আলোচনী প্ৰকাশ কৰিবলৈ বাধ্য হয়, তাক গুৰুত্বসহকাৰে লোৱাটো প্ৰয়োজন হৈ পৰে। এই কাকত / আলোচনীসমূহ অৰ্থাভাৱত অথবা কাৰিকৰী জ্ঞানৰ অভাৱত অনিয়মীয়া, অনাকৰ্ষণীয় হ'ব পাৰে ; কিন্তু সিবিলাকে বহন কৰিছে এক সুনিৰ্দিষ্ট, অৰ্থপূৰ্ণ বাৰ্তা। এই পটভূমিতে আমি চুতীয়া সম্প্ৰদায়ৰ আলোচনীকিখনো চাব লাগিব। উক্ত দুখন আলোচনীৰ বাহিৰে আন যদি একেধৰণৰ কাকত আলোচনী (স্মৃতিগ্ৰন্থবিলাকৰ কথা কোৱা হোৱা নাই; সেইবিলাক এটা বেলেগ বিষয়) আছিল / আছে, সেই বিলাকৰো পৰ্যালোচনা হোৱা প্ৰয়োজন।

# 'জাতীয়' চেতনা আৰু বীৰ পূজা

বীৰ বীৰাংগনা পূজা (hero-cult)-ক আধুনিক জাতি নিৰ্মাণৰ বাবে এটা প্ৰয়োজনীয়, বৰং অপৰিহাৰ্য অনুষংগ বুলি গণ্য কৰা হয়। স্বাধীনতা সংগ্ৰামৰ কালছোৱাত ভাৰতবৰ্ষৰ বিভিন্ন আঞ্চলিক জাতিসত্বাই নিজকে সাব্যস্ত কৰিবলৈ গৈ তেনে একো একোজন বা একাধিক জাতীয় বীৰক প্ৰক্ষেপন কৰাৰ উদাহৰণ পোৱা যায়। মহাৰাষ্ট্ৰত শিৱাজী, ৰাজস্থানত ৰাণাপ্ৰতাপ সিংহৰ প্ৰক্ষেপণ তেনে দুটা উদাহৰণ। উক্ত দুয়োটা ক্ষেত্ৰতে আধুনিক জাতি নিৰ্মাতাসকলে আধুনিক /সাম্প্ৰতিক কালৰ কোনো ব্ৰিটিছ বিৰোধী বীৰ বীৰাংগনাক জাতীয় বীৰ ৰূপে প্ৰক্ষেপন কৰাৰ বিপৰীতে মধ্যযুগৰ মোগল বিৰোধী বীৰক প্ৰক্ষেপন কৰাটো মন কৰিবলগীয়া। ইয়াৰ পৰা বুজা যায় যে সেই সকল উদীয়মান মধ্যশ্ৰেণীৰ নেতাই প্ৰত্যক্ষভাৱে ব্ৰিটিছ বিৰোধী স্থিতি ল'বলৈ ভয় খাইছিল আৰু তাৰ বিপৰীতে মধ্যযুগৰ শৌৰ্য বীৰ্যৰ কাহিনী সোঁৱৰণ কৰিবলৈ ভাল পাইছিল। ইফালে এই সকল মধ্যযুগীয় বীৰ মোগল বিৰোধী হোৱা বাবে তাক মুছলমান বিৰোধী ৰূপ এটা দিবলৈও ব্ৰিটিছপন্থী বৰ্ণবাদী হিন্দুত্ববাদীহঁতৰ বাবে সুচল হৈছিল।

মন কৰিবলগীয়া যে আধুনিক ভাৰতত এনেদৰে জাতীয় বীৰ প্ৰক্ষেপনৰ প্ৰথমটো সচেতন প্ৰচেষ্টা পৰিলক্ষিত হয় মহাৰাষ্ট্ৰত। শিৱাজীক তুলি ধৰাৰ প্ৰথমটো প্ৰচেষ্টা চলাইছিল মহাৰাষ্ট্ৰৰ দলিত চিন্তাবিদ জোতিবা ফুলেই। মহাৰাষ্ট্ৰৰ এই ব্ৰাহ্মণ বিৰোধী সমাজ সংস্কাৰকজন আৰু তেওঁৰ সতীৰ্থসকলে এক সচেতন, বিচক্ষণ প্ৰচেষ্টাৰ জৰিয়তে -

'projected a new collective identity of all Maharashtrian lower castes. In their discovery of this identity.... they drew from the existing symbols of Maharashtrian warrior and agricultural traditions, and gave them a powerful new meaning. In this manipulation of symbols, religious rituals and conflicts, and other elements in popular culture, lower caste radicals displayed a highly sophisticated understanding of the process of identity formation ...At issue was the control of symbols that would give Indian politicians their eagerly sought access to social and religious loyalties already in existence amongst the masses of Hindus themselves. Secondly these movements of non Brahmins deprived the emerging nationalist movement in western India both of a considerble ideological advantage that nationalists would have gained in their arguments with the

British Govemment for a monopoly of Maharashtra's symbolic resources.'(121)

কিন্তু দলিত চিন্তাবিদ জোতিবা ফুলেৰ হাতৰ পৰা শিৱাজীক কাঢ়ি নিবলৈ তৎপৰ হৈ উঠিছিল ব্ৰাহ্মণ্যবাদী চিন্তাবিদ বাল গংগাধৰ তিলক। ১৮৬৯ চনত ফুলেই শিৱাজীৰ বিষয়ে কিতাপ লিখাৰ প্ৰায় তিনি দশক পাছত, অৰ্থাৎ ১৮৯৫ চনত তিলকে পুনেত শিৱাজীৰ স্মৃতিত এক স্তম্ভ নিৰ্মাণ কৰোৱালে ১৯০০ চনত আন এক ব্ৰাহ্মণ মহাদেৱ গোবিন্দ ৰাণাডেই **Rise of the Maratha Power** নামৰ আন এক গ্ৰন্থৰ জৰিয়তে তিলকৰ আৰ্হিৰেই শিৱাজীক গো- ব্ৰাহ্মণ ভক্ত এক বিশ্বস্ত শূদ্ৰত পৰিণত কৰিবলৈ বিচাৰিছিল। ফুলেই এই চক্ৰান্তৰ কথা ঠিকেই জানিছিল, বুজিছিল ; তেওঁ তাৰ বিৰুদ্ধে দলিত শূদ্ৰসকলক বাৰম্বাৰ সঁকীয়ায়ো দিছিল।

আৰু অৱশেষত এইদৰেই শিৱাজীক কেন্দ্ৰ কৰি মহাৰাষ্ট্ৰৰ ব্ৰাহ্মণ্যবাদী আৰু দলিত শিবিৰ দুটাৰ মাজত থৈয়া নথৈয়া বৌদ্ধিক বিতৰ্ক লাগি পৰিছিল। এই বিতৰ্কৰ অন্তত দলিত শিবিৰে শিৱাজীক পৰিত্যাগ কৰি ড০ আম্বেদকাৰক তেওঁলোকৰ নতুন নেতা ৰূপে গ্ৰহণ কৰিছিল। ফলস্বৰূপে আজিৰ মহাৰাষ্ট্ৰত অৱস্থিত মুঠ ৯,৯৫৫ টা প্ৰতিমূৰ্তিৰ ভিতৰত মাত্ৰ ১৩% শিৱাজীৰ ; তাৰ বিপৰীতে ৭৫% প্ৰতিমূৰ্তিয়েই হৈছে গৌতম বুদ্ধ আৰু ড০ আম্বেদকাৰৰঙ্গ

অসমতো স্বাধীনতা আন্দোলনৰ প্ৰাক্ কালত লাচিত বৰফুকনক জাতীয় বীৰৰূপে প্ৰক্ষেপণ কৰিবলৈ যাওঁতে শিৱাজীৰ আৰ্হিকে অনুসৰণ কৰা হৈছিল। এইখিনিতে মন কৰিবলগীয়া যে চুবুৰীয়া বংগৰ বুদ্ধিজীৱী শ্ৰেণীয়ে শিৱাজী আৰু ৰাণা প্ৰতাপ সিংহকে বাঙালী জাতিৰো জাতীয় বীৰৰূপে বৰণ কৰাৰ বিপৰীতে অসমৰ মধ্যশ্ৰেণীৰ বুদ্ধিজীৱী সকলে অন্ততঃ চিলাৰায়, লাচিত, জয়মতীৰ দৰে অসমৰ থলুৱা বীৰ বীৰাংগনাসকলকে বাচি লৈছিল।

কিন্তু প্ৰকৃততে এই নিৰ্বাচনো সংঘটিত হৈছিল এক দীঘলীয়া আৰু তিক্ত বিতৰ্ক আৰু গৱেষণাৰ যোগেদি। উদাহৰণস্বৰূপে জয়মতীৰ কথাই ক'ব পাৰি। জয়মতী সম্পৰ্কে প্ৰথম লিখিছিল ৰত্নেশ্বৰ মহন্তই। এই কঠোৰপন্থী ব্ৰাহ্মণ্যবাদীজনৰ কাৰণে অসমীয়া মহিলাক হিন্দুত্ববাদী সতী সাবিত্ৰী এগৰাকীৰ আৰ্হি ডাঙি ধৰাটো বৰ জৰুৰী কাম বুলি বিবেচিত হৈছিল। সেই কামত ৰত্নেশ্বৰ মহন্ত ইমানেই ব্যগ্ৰ আৰু অধৈৰ্য আছিল যে তেওঁ ৰচনা কৰা তিনিগৰাকী জয়মতীৰ বিৱৰণ এটা আনটোৰ লগত নিমিলিছিল। এগৰাকী আছিল লক্ষ্মীসিংহৰ পত্নী , তাৰে দুগৰাকীক মোৱামৰীয়া বিদ্ৰোহীয়ে মাৰিছিল। মহন্তৰ অন্তিমগৰাকী জয়মতীহে গদাধৰ সিংহৰ পত্নী আছিল আৰু ল'ৰাৰজা চুলিকফাৰ দ্বাৰা নিহত হৈছিল। কিন্তু এই তিনিওগৰাকীৰ মাজত এটাই ঐক্যসূত্ৰ আছিল। সেয়া হ'ল আহোম বা অসমীয়া ৰমণী হিচাপে নহয়, হিন্দু সতী

হিচাপে জয়মতীৰ প্ৰতিষ্ঠা। অথচ বহুবছৰ পাছত জ্যোতি প্ৰসাদ আগৰৱালাই যেতিয়া জয়মতী বোলছবি নিৰ্মাণ কৰিছিল, তেতিয়া তাৰ নাম দিছিল 'Princess Goymati or Satyagrahi'। অৰ্থাৎ জ্যোতিপ্ৰসাদে জয়মতীক এগৰাকী স্বাধীনতা সংগ্ৰামী নাৰীৰূপে তুলি ধৰিব খুজিছিল।(122)

চুতীয়াসকলৰ ৰাণী সাধনীৰ প্ৰক্ষেপণৰ পটভূমিতো তেনেকুৱা কেবাটাও প্ৰৱণতা পৰিলক্ষিত হয়। প্ৰথম দৃষ্টিত জয়মতীৰ দৰেই সাধনীও এগৰাকী সতী কেৱল। কোৱা বাহুল্য সতী শব্দৰ অভিধানিক অৰ্থ হৈছে পতিব্ৰতা, নিজ স্বামীৰ বাদে আনক নভজা।(123) অথচ জয়মতী আৰু সাধনীয়ে কেৱল স্বামীৰ বাবে আত্মবলিদান দিছিল বুলি কোৱাতকৈ প্ৰথমগৰাকীয়ে অত্যাচাৰী স্বেচ্ছাচাৰী ৰাজতন্ত্ৰৰ বিৰুদ্ধে শ্বহীদ হোৱা বুলি ক'ব পাৰি। আনহাতে সাধনীয়েও বহিঃশত্ৰুৰ বিৰুদ্ধে যুঁজি আত্ম বলিদান দিছিল বুলি কোৱা যায়।

চুতীয়া সংগঠন আৰু বুদ্ধিজীৱী সকলে যে আন কোনো ৰজা বা বীৰক জাতীয় বীৰৰ মৰ্যাদা নিদি সাধনীকহে দিলে সি তাৎপৰ্যপূৰ্ণ। এইক্ষেত্ৰত চুতীয়াসকলৰ প্ৰাচীন আৰু মধ্যযুগীয় অতীতৰ মাতৃপূজাৰ স্মৃতিও বিজড়িত হৈ থকাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। উল্লেখযোগ্য যে চুতীয়াসকল কেঁচাইখাতী গোসাঁনী, তাম্ৰেশ্বৰী মন্দিৰ, মালিনী থান আদিৰ সেৱক। ৰুক্মিণীৰ সন্তান বুলিও তেওঁলোকে গৌৰৱ কৰে। আৰ্যহিন্দু দেৱতাসকলৰ মাজত পুৰুষ প্ৰাধান্যৰ বিপৰীতে চুতীয়াসকলৰ মাজত দেৱী মাতৃ পূজাৰ প্ৰাধান্য মন কৰিবলগীয়া। ই হয়তো সুদূৰ অতীতৰ মাতৃ সূত্ৰীয়, মাতৃস্থানিক (matri-lineal, matrilocal) সমাজৰে সাক্ষ্য বহন কৰে। 'অন্যত্ৰ বিৰলা দেৱী, কামৰূপে গৃহে গৃহে' বোলা যোগিনীতন্ত্ৰ / কালিকাপুৰাণৰ কথাষাৰ ইয়াৰ জনজাতীয় সমাজতে খাটিছিল, যি নাৰী / মাতৃসকলকো পূজা কৰিব পাৰিছিল।

সাধনীয়ে কেনেকৈ চুতীয়াসকলৰ জাতীয় মননক আচ্ছন্ন কৰি ৰাখিছে আৰু তেওঁ কেনেকৈ আন যিকোনো পুৰুষ বীৰক অতিক্ৰম কৰি চুতীয়াসকলৰ একমাত্ৰ জাতীয় বীৰাংগনাত পৰিণত হৈছে , তাৰ উমান পোৱা যায় চুতীয়া সংগঠন সমূহৰ সাধনী-কেন্দ্ৰিক ব্যাপক চিন্তা চৰ্চা আলোচনা গৱেষণাৰ পৰা। চুতীয়া সন্মিলনৰ অন্যতম প্ৰতিষ্ঠাপক ভ্ৰমৰ চন্দ্ৰ শইকীয়াৰ 'সাধনী ৰাণী' (১৯২৫ চনত লিখিত) এই ক্ষেত্ৰত এখন বাটকটীয়া পুথি বুলি ভবা হয়। তলত আমি উক্ত পুথিৰ পৰা উদ্ধৃত কৰিছো চুতীয়া সন্মিলনৰ প্ৰতিষ্ঠাপক নেতৃবৃন্দৰ মনত প্ৰতিফলিত সাধনীৰ ধাৰণা দিবলৈ সাধনী ৰাণী ঃ

পুথিখনৰ পাতনিতে লেখক ভ্ৰমৰচন্দ্ৰ শইকীয়াই কয় ঃ

... 'চুতীয়া ৰাণী সাধনীৰ আখ্যানত সতীত্ব ৰক্ষা জীৱনপণ, সৎসাহ আৰু বিচক্ষণ বুদ্ধি জলজল পটপটকৰে ওলাই পৰে। অসম মাতৃৰ আদৰ্শ জীয়াৰী সাধনী চুতীয়া জাতিৰ

গৌৰৱৰ অনুপম স্মৃতি। ৰামায়নৰ সীতা, মহাভাৰতৰ দ্ৰৌপদীৰ দৰে চুতীয়া জাতিৰে প্ৰধান নায়িকা সাধনী। সতীসাধনী চুতীয়া ৰজাৰ শেষ ৰাণী, চুতীয়া জাতিৰ লখিমী। সতীৰ সেই প্ৰভাৱৰ কথা কতই নেজানে। সাধনী ৰাণীৰ মৃত্যু কাহিনীত আমি অনুভৱ কৰিবলগীয়া আৰ্হি আদৰ্শ মন কৰোৱাহে আমাৰ উদ্দেশ্য।'...

পুথিখনৰ মূল বক্তব্য তাৰ সামৰণিৰ শেহৰ শাৰীকিটাতে ফুটি উঠিছে ঃ

'চুতীয়াৰ জীয়ৰী সাধনী কুঁৱৰী
নিচলাক লভিলা বৰ,
নিতাই গৰখীয়াই লক্ষ্য ভেদিলে
ধেনুতে জুৰিয়ে শৰ।
তোমাৰে পিতাদেউ ৰজা ধৰ্মধ্বজে
সয়ম্বৰ পাতিলে ঘোষি
ৰজাৰে জীয়ৰী প্ৰজাতে পৰিলা
ঈশ্বৰে কৰিলে সুখী।
ভাগ্যৰ বলেৰে ৰাজৰাণী হ'লা
আচৰি সতীৰে কাম,
চেনেহৰ চকুৰে প্ৰজাকো পালিলা
দেশতো ৰাখিলা নাম।
আহোম সেনাপতি কনচেং মন্ত্ৰী
বধিলে নিতাইৰে পান,
সাধনীৰ সহিতে চুতীয়াৰ লখিমী
আহোমে খুজিলে দান।
ৰাজ্যৰ লক্ষিমী বুকুতে সাবটি
চন্দন গিৰিতে গই।
কুণ্ডৰ তলতে জঁপিয়াই পৰিলা
মৃত্যুক আৰাধি লৈ
ধন্য সাধনী চুতীয়া ৰমণী
সতীত্বৰ ৰাখিলা মান
এডালি চুলিকো চুবলৈ নিদিলা
সৰগত লভিলা স্থান।
কনচেং শতৰুক আশীৰ্বাদ কৰিলা
সতীৰে দেখিবা মুখ,
ধন্য ৰমণী ৰাজভোগ এৰিলা
মৃত্যুক বুলিলা সুখ।'(124)

এই পদ্যফাঁকিত (১) সাধনীৰ বীৰত্ব (২) সাধনীৰ (হিন্দু) সতীত্ব (৩) আহোমৰে শত্ৰুতা আৰু (৪) শত্ৰুতা সত্বেও সতীৰ (জয়মতীৰ) মুখ দেখিবৰ বাবে আশীৰ্বাদ ফুটি উঠিছে। মন কৰিবলগীয়া যে ৰজনীকান্ত বৰদলৈৰ হিন্দু সতী সাধনীৰ লগত ভ্ৰমৰচন্দ্ৰ শইকীয়াৰ সাধনী ৰাণীৰ বিশেষ পাৰ্থক্য নাই। মাথো শইকীয়াৰ গৰাকী যিমান হিন্দু, তাতকৈ বেছি চুতীয়া সত্বাসম্পন্ন।

অবশ্যে ভ্ৰমৰ চন্দ্ৰ শইকীয়াই ১৯২৫ চনত সাধনী ৰাণী লেখাৰ (প্ৰকাশ পায় ১৯৯৩ চনতহে) সমান্তৰাল ভাবে সেই একে বছৰতে আসাম চুতীয়া সন্মিলনৰ গোলাঘাটৰ ঢেকীয়ালত অনুষ্ঠিত প্ৰথম অধিবেশনতে মুকলি অধিবেশনৰ সভাপতি ৰজনীকান্ত বৰদলৈয়েও সাধনীৰ কথা উল্লেখ কৰিছিল। কিন্তু সেই অভিভাষণতে সাধনীৰ কাহিনী ক'বলৈ গৈ তেওঁ এবাৰ লিখিছিল '১৭ শ খৃষ্টাব্দত চুতীয়া ৰাজ্য আৰু শদিয়া চুতীয়াৰ হাতৰ পৰা সৰকি আহোমৰ হস্তগত হয়। বিধি আছে যে চুতীয়াৰ ৰাজকন্যা সাধনীয়ে আহোমৰ হাতত পৰাতকৈ মৃত্যুৱেই শ্ৰেয় মানি আত্মহত্যা কৰিলে।' আনহাতে একেটা অভিভাষণতে তেওঁ দৰং ৰাজবংশাবলীও উদ্ধৃত কৰিছে। য'ত এগৰাকী চুতীয়া কন্যাই আহোম ৰজালৈ বিয়া হৈ গিৰীয়েকৰ ফুচুলনিত দেউতাকৰ সোণৰ বিড়ালীটো খুজি আনি গিৰীয়েকক দিয়াৰ কথা উল্লেখ আছে।'(125)

অৰ্থাৎ ৰত্নেশ্বৰ মহন্তৰ জয়মতীৰ কাহিনীৰ দৰেই ৰজনীকান্ত বৰদলৈৰ সাধনীৰ কাহিনীৰ মাজতো বিসংগতি আছিল। এতিয়াও সাধনীৰ সম্পৰ্কে প্ৰচলিত বিভিন্ন ব্যাখ্যা আছে। আনকি সাধনী ধীৰনাৰায়ণৰ পত্নী আছিল, নে নীতিপালৰ, তাক লৈও মত পাৰ্থক্য আছে। ৰায়বাহাদুৰ কনকলাল বৰুৱাই ৰত্নেশ্বৰ মহন্তৰ দৰেই সাধনীক এবাৰ নীতিপালৰ পত্নী আৰু এবাৰ ধীৰ নাৰায়ণৰ পত্নী পাতি থৈছে।(126) আনহাতে জয়মতীৰ ক্ষেত্ৰত হোৱাৰ দৰেই সাধনীকো প্ৰক্ষেপণ কৰাৰ সিদ্ধান্ত হৈছে প্ৰথম বুৰঞ্জী বা কিম্বদন্তীৰ আউল বোৰ ৰেহা লগোৱাৰ চেষ্টা তাৰ পাছতহে চলিছে। ইয়াত আচৰিত হ'বলৈ একো নাই। আধুনিক জাতি বা জনগোষ্ঠীৰ ইতিহাস নৱনিৰ্মাণৰ স্বাৰ্থ পুৰণি পৰম্পৰা কিম্বদন্তী আখ্যান সমূহৰ সচেতন নৱব্যাখ্যান আৰু প্ৰক্ষেপণ এক পৃথিবীজোৰা পৰিঘটনাই। এইটো মন কৰিবলগীয়া যে আধুনিক ভাৰতৰ বিভিন্ন জাতি/জাতিসত্বাই তেওঁলোকৰ আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামত একো একোজন (বা একাধিক) বীৰ / বীৰাংগনাক জাতীয় বীৰ বীৰাংগনাৰূপে প্ৰক্ষেপন কৰিছে। এইদৰেই মহাৰাষ্ট্ৰত ছত্ৰপতি শিৱাজী, ৰাজস্থানৰ ৰাণাপ্ৰতাপ সিংহ আদি মধ্যযুগৰ বীৰসকলক প্ৰক্ষেপণ কৰা হয়। সিবিলাকক প্ৰক্ষেপণ কৰাৰ দৃষ্টিকোণ লৈও বিতৰ্ক আছে।

তেনে বিতৰ্ক বা মতপাৰ্থক্য আছে প্ৰক্ষেপণৰ ধাৰণাটোলৈ। ইতিমধ্যে উল্লেখ কৰি অহা জয়মতীক কেন্দ্ৰ কৰি গঢ়ি উঠা (১) সতী জয়মতী (২) আহোম জয়মতী (৩) মুক্তিযোদ্ধা জয়মতীৰ দৰেই সাধনীক কেন্দ্ৰ কৰিও তিনি ধাৰাৰ মতামত পৰিলক্ষিত

হয়। সাধনীৰ ক্ষেত্ৰত ৰজনীকান্ত বৰদলৈ- কমলকান্ত বৰুৱাইতে মূলতঃ হিন্দু সতীৰ ধাৰণাৰে উক্ত প্ৰথমটো ধাৰাৰ আৰু ভ্ৰমৰ চন্দ্ৰ শইকীয়া আদিয়ে মূলতঃ দ্বিতীয় ধাৰাৰ প্ৰতিনিধিত্ব কৰিলেও দুয়োটা ধাৰাৰ মাজত সমিলি-মিলো আছে।

কিন্তু উক্ত দুটা ধাৰাৰ উপৰিও আজি চুতীয়াসকলৰ মননত এক শক্তিশালী তৃতীয় ধাৰাৰ আত্মপ্ৰকাশ প্ৰত্যক্ষ কৰিছোঁ। এনেধৰণৰ এটা প্ৰবন্ধত চিমঁ দ্যা বভোঁৱাৰ The Second Sex অৰ উদ্ধৃতি দি কোৱা হৈছে যে আদিতে পৃথিৱীত মাতৃতান্ত্ৰিক সমাজহে আছিল। তাৰ বহু পাছতহে উদ্যোগীকৰণ, একক পৰিয়াল, যুদ্ধ বিগ্ৰহ আদি নানা হেতুৰ গইনা লৈ নাৰী 'শক্তি'ক ওফৰাই পুৰুষ ৰজা হ'ল। আদিম সমাজত ভগৱানো কেনেকৈ নাৰী আছিল আৰু পাচলৈ নাৰীৰ সামাজিক, অৰ্থনৈতিক, ঐতিহাসিক পৰাজয়ৰ ফলতহে পুৰুষ ভগৱানৰ প্ৰাধান্য প্ৰতিষ্ঠা হৈছিল, তাৰ উল্লেখ কৰি প্ৰবন্ধটোত কোৱা হয়।

'চুতীয়া ৰাজ্যৰ শাসনব্যৱস্থা যে পিতৃতান্ত্ৰিক আছিল, তাত কোনো সন্দেহৰ অৱকাশ নাই। ধৰ্মধ্বজপালে এক পুত্ৰ সন্তানহে কামনা কৰিছল। সাধনী যেতিয়া তেৰবছৰীয়া হ'ল, তেতিয়া ৰজা চিন্তাত পৰিল - 'সাধি সাধি সাধনীক পালো, সাধনীক থ'বলৈ ঠাই নাপালো'- অৰ্থাৎ যোগ্য পুৰুষ এজনক গতাই নিদিয়ালৈকে সাধনী সুৰক্ষিত নহয়। পুৰুষ অবিহনে নাৰী নিৰাপদ নহয়। আৰু সাধনীক সুৰক্ষিত কৰিবৰ বাবে যি পদ্ধতি অৱলম্বন কৰা হ'ল (স্বয়ম্বৰ), সি পুৰুষ স্বৈৰাচাৰিতাৰ চৰম নিদৰ্শনৰ বাহিৰে আন একো নহয়। সীতাৰ স্বয়ম্বৰৰ পৰা আৰম্ভ কৰি দ্ৰৌপদীলৈকে, অলেখ উদাহৰণ আছে য'ত পুৰুষৰ 'বাহুবল' বা 'পুৰুষালিকে' যোগ্যতাৰ আধাৰ হিচাপে গণ্য কৰা হৈছিল আৰু নাৰী হৈ পৰিছিল 'অমৃত সুৰস বাণী স্বৰ কোকিলৰ' (আদিকাণ্ড মাধৱ কন্দলী ৰামায়ণ)।

সাধনী নিশ্চয় এই সময়ত গভীৰ ধৰ্মসংকটৰ সন্মুখীন হৈছিল। কিন্তু 'পিতৃভক্তি' পালন কৰি বা পুৰুষ কৰ্তৃত্বৰ ওচৰত নতিস্বীকাৰ কৰি সাধনীয়ে নীতিপালক স্বামী বৰণ কৰিলে। জীৱনৰ শেষ সময়ছোৱাত সাধনীয়ে পুৰুষৰ অৱদমনৰ পৰা মুক্ত হৈ মূৰ ডাঙি থিয় হ'বলৈ সক্ষম হ'ল। এই কাহিনী সকলোৱে জানে। দোহৰাৰ সকাম নাই। যুদ্ধ পৰিচালনা, নাৰী বাহিনী গঠন আৰু শেষত আত্মবিসৰ্জনৰ পটন্তৰমূলক দৃষ্টান্তৰ দ্বাৰা তেওঁ মান আৰু মৰ্য্যাদাৰ ক্ষেত্ৰত পুৰুষৰ সমানে নিজকে প্ৰতিষ্ঠা কৰি থৈ গৈছে। সাধনীৰ উথান সেয়েহে ইতিহাসৰ বাবেই এক গুৰুত্বপূৰ্ণ ঘটনা। এই পুৰুষতান্ত্ৰিক সমাজলৈ, পুৰুষ আগ্ৰাসনৰ বিৰুদ্ধে নাৰীৰ ফালৰ পৰাও এক বাৰ্তা।(127)'

প্ৰবীণ চুতীয়া নেতা তথা লেখক ললিত চুতীয়াৰ মতো এই ক্ষেত্ৰত প্ৰনিধানযোগ্য। তেখেতে কৈছে ঃ

'ৰাণী সাধনীক গোহাঞি বৰুৱাই জনমানসত ডাঙি ধৰাৰ কাৰণে তেখেতৰ

প্ৰতি কৃতজ্ঞতা জ্ঞাপন কৰি এই কথাও ক'ব লাগিব যে গোহাঞিং বৰুৱাই (সাধনীৰ) জীৱনত ৰেখাপাত কৰাতকৈ অসম বা উত্তৰ পূৰ্বাঞ্চলত সতী আবিষ্কাৰ কৰাৰ মানসেৰেহে এই নাট লিখা যেন অনুভৱ হয়। ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰাম চলি থকা কালত বহু শতিকা জুৰি স্থবিৰপ্ৰায়, সামন্তবাদী কুসংস্কাৰেৰে ভাৰাক্ৰান্ত বৰ্ণাশ্ৰয়ী হিন্দু প্ৰধান ভাৰতীয় সমাখনে এনে এচাম বুদ্ধিজীৱিৰ জন্ম দিছিল যি চাম আছিল এহাতে ব্ৰিটিছ সাম্ৰাজ্যবাদৰ স্তাৱক আৰু অন্যহাতে নষ্টালজিক প্ৰৱণতাৰে হিন্দু পুনৰুত্থানবাদক আদৰণি জনাইছিল। ভাৰতবৰ্ষৰ স্বাধীনতা সংগ্ৰামৰ বৈপ্লৱিক চেতনা ভোটা কৰাৰ ইও আছিল এক ষড়যন্ত্ৰ। ৰায়বাহাদুৰ পদ্মনাথ গোহাঞিবৰুৱা আছিল এই চাম বুদ্ধিজীৱিৰ অন্যতম। এনে এক পৰিপ্ৰেক্ষিততেই স্বদেশ আৰু স্বজাতিৰ কাৰণে প্ৰাণাহুতি দিয়া এগৰাকী মহীয়সী আৰু বীৰাংগণা নাৰীক সতী আখ্যাৰে দুৰ্বল নাৰী হিচাপে ডাঙি ধৰিছে। উত্তৰ পূৰ্বাঞ্চলত আৰ্য সতী নাৰী অন্বেষণৰ উদ্দেশ্যধৰ্মী প্ৰৱণতা থকাৰ কাৰণেই ৰাণী সাধনীৰ মুখত এনে অদ্ভুত উক্তি দিব পাৰিছে। সাধনীয়ে কনচেং বৰপাত্ৰক (অভিশাপ নে আশীৰ্বাদ ক'ব নোৱাৰি) কৈছেঃ

'হ'ব জন্ম মহাসতী ৰাজ্যত তোমাৰ
আশীৰ্বাদ লোৱা এই মূল শত্ৰুভাৰ।"(128)

আনহাতে লাচিত বৰফুকন ইতিমধ্যে অসমীয়া জাতীয় বীৰৰূপে প্ৰক্ষেপিত আৰু প্ৰতিষ্ঠিত হোৱাৰ বিপৰীতে বৰ্তমানে তেওঁ অসমীয়া কোন সম্প্ৰদায়ভুক্ত তাক লৈ এক তিক্ত বিতৰ্ক চলিব লাগিছে। আহোম সম্প্ৰদায়ৰ বুদ্ধিজীৱীসকলে, লগতে অসমীয়া বহু বুদ্ধিজীৱীয়েও ইমানদিনে লাচিত বৰফুকন আহোম বোলা কথাটো স্বতঃসিদ্ধ বুলি মানি ল'লেও আজি সেই সম্পৰ্কে প্ৰশ্নচিহ্ন উঠিছে। চুতীয়া সম্প্ৰদায়ৰ কেবাগৰাকীও লেখকে যথেষ্ট জোৰদাৰ ভাৱে লাচিত বৰফুকন যে চুতীয়া আছিল সেয়া উপস্থাপন কৰিছে। তেনে কিছু বক্তব্যৰ নমুনা ইয়াত তুলি ধৰা হ'ল।

চুতীয়া সম্প্ৰদায়ৰ অন্যতম বিশিষ্ট লেখক সূৰ্যকান্ত খনিকৰে লিখিছে ঃ '..... লাচিত বৰফুকন মোমাই তামুলী বৰবৰুৱাৰ পুত্ৰ আৰু তেওঁ চুতীয়া গোষ্ঠীৰে। গতিকে তেওঁৰ পুত্ৰ লাচিত বৰফুকনো চুতীয়া গোষ্ঠীৰে। অৱশ্যে লাচিতৰ বৰ্তমান বংশ পৰিয়াল সকল আহোম হ'ব পাৰে তাত আমাৰ সন্দেহ নাই।'(129)

একেদৰে কোষেশ্বৰ বৰুৱাই সদৌ চুতীয়া জাতি সন্মিলন, অসমৰ ত্ৰয়োবিংশতিতম অধিবেশনত দিয়া তেখেতৰ সভাপতিৰ অভিভাষণতো আৰম্ভণিতেই বীৰপূজাৰ পৰম্পৰাৰে গৌৰৱময় আহোম ৰাজত্বকালৰ চুতীয়া গোষ্ঠীভুত লাচিত বৰফুকন' বুলি স্পষ্টভাৱে উল্লেখ কৰিছে।(130)

ডিব্ৰুগড় জিলাৰ টেঙাখাতৰ নৰেশ্বৰ চুতীয়াই এই বিতৰ্কত ভাগ লৈ মতামত আগবঢ়ায়ঃ

'... আহোমে কোৱা লাচিত লুখুৰাখন ফৈদৰ বোলা কথাষাৰ যিদৰে সঁচা, তেনেকৈ বৰাহী মৰাণ চুতীয়াবোৰো এই ফৈদত সোমোৱাৰ লগতে চাও ইন্দ্ৰ মহন বৰুৱাৰ ৰাজপৰিয়ালতে সোমোৱা কথাও সঁচা। দুয়োজনাৰ গৱেষণাত সেয়ে মৰাণৰ মচাই চেংকালুক আৰু নাগেশ্বৰী আইদেৱে মোমাই তামুলীক লগ এৰা নাই। ভাঙি-পাতি স্পষ্টকৈ কথাষাৰ এইদৰে ক'ব পাৰি যে নাগেশ্বৰী মৰাণ, ভাতৃ মোমাই তামুলীও মৰাণ অৰ্থাৎ দুয়ো সেই বৰাহী মৰাণ (চুতীয়া) প্ৰাধান্যৰ হোৱা পাছৰ লুখুৰাখনীয়া ফৈদৰ মৰাণ এজনৰ ঔৰসত জন্ম। সেই কুলৰে মোমাই তামুলীৰ পুত্ৰ সেয়ে লাচিত বৰফুকন চুতীয়া কুলৰে আছিল।'(131)

ললিত চুতীয়াই এই বিষয়ে লিখিবলৈ গৈ উল্লেখ কৰিছে ইতিমধ্যে চুতীয়া গোষ্ঠী সম্ভূত বুলি প্ৰমাণিত হোৱা শৰাইঘাটৰ বিখ্যাত বীৰ লাচিত বৰফুকনক শ্ৰীধৰনীধৰ ওৱাৰীদেৱে ষষ্ঠ বছৰ ৩৪ সংখ্যা জনক্ৰান্তিত প্ৰকাশিত এটা প্ৰবন্ধত চুতীয়া কছাৰী হিচাবে উল্লেখ কৰিছে।'(132)

অৱশ্যে লাচিতৰ সম্পৰ্কে চুতীয়া সকলৰ এনে দাবী আহোম বুদ্ধিজীৱী / লেখক/ সংগঠকসকলে সহজে মানি লোৱা নাই। উদাহৰণ স্বৰূপে জনৈক মনোৰঞ্জন ফুকনে লাচিতক মোমাই তামুলী বৰবৰুৱাৰ ভাগিন আৰু খাটি আহোম বুলি দাবী কৰে।(133)

একেদৰে আন দুজন আহোম বুৰঞ্জীবিদ লেখক ড০ ভদ্ৰেশ্বৰ বৰুতিয়াল আৰু দিব্যেশ্বৰ গগৈয়ে ভাঠি কয় 'আহোম শাসনৰ সময়ছোৱাত পাঁচটা মূল পদবী বুঢ়াগোঁহাই, বৰগোহাঁই, বৰপাত্ৰগোঁহাই, বৰবৰুৱা আৰু বৰফুকনক মূল আহোম পৰিয়ালৰ পৰাহে নিয়োগ কৰাৰ নিয়ম আছিল। উদাহৰণ স্বৰূপে স্বৰ্গদেউ জয়ধ্বজ সিংহৰ ৰাজত্ব কালত মিৰজুমলাৰ সৈতে যুঁজিবলৈ অনা আহোমৰ সন্তান মনথিৰ ভঁৰালী বৰুৱাক (জয়ধ্বজ সিংহৰ শহুৰেক) প্ৰধান সেনাপতি পাতি যুদ্ধলৈ পঠালে কাৰণে আহোম সৈন্যসকলৰ মাজত অসন্তুষ্টিয়ে দেখা দিছিল'... উক্ত যুক্তিৰ ভিত্তিতে ড০ বৰুতিয়াল আৰু গগৈয়ে লাচিত অনা আহোম চুতীয়া হোৱাৰ কথা সজোৰে অস্বীকাৰ কৰিছে।(134)

লাচিতৰ প্ৰসংগত এই বিতৰ্ক শেহতীয়া হ'লেও এই খিনিতে মন কৰিবলগীয়া এটা কথা যে জাঁজীৰ লাচিত মেলাৰ জৰিয়তে লাচিতক জাতীয় বীৰ ৰূপে প্ৰক্ষেপণ কৰোঁতাসকলৰ অন্যতম আছিল ভ্ৰমৰ চন্দ্ৰ শইকীয়া যি আকৌ ঠিক একে সময়তে চুতীয়া সন্মিলনৰো সক্ৰিয়তম ব্যক্তি আছিল। জাঁজীৰ লাচিত মেলাত শইকীয়াৰ ভূমিকা সম্পৰ্কে তেখেতৰ পুত্ৰ ললিতৰাম শইকীয়াৰ এনেকৈ লিখিছে ঃ

'বীৰ বীৰাংগণা (পূজা) দেশৰ স্বাধীনতা সংগ্ৰামৰ প্ৰথম স্তৰ, তাক কোনেও নুই কৰিব নোৱাৰে। স্বাধীন ভাবৰ উত্তপ্ত শোণিতৰ দ্বাৰা বলিয়ান হ'বলৈ লাগে বীৰ বীৰাংগণাৰ বীৰত্বৰ সমালোচনা। আমাৰ জাতীয় বীৰ লাচিত, মূলাগাভৰু, চিলাৰায়, জয়মতী, কনকলতা,

সাধনী, কুশল কোঁৱৰ আদিৰ বাৰ্ষিক উৎসৱ হোৱা গৌৰৱৰ কথা। লাচিত মোগলৰ কৰাল গ্ৰাসৰ পৰা অসমীয়াক ৰক্ষা কৰা অদ্বিতীয় বীৰ। তেনে বীৰক পূজা কৰি জাতিক সতেজ কৰিব লাগে তাৰ কাৰণে প্ৰতিষ্ঠা হৈছিল জাঁজীৰ লাচিত মেলা।'

'সেই মেলাৰ হাঁচতি মেলিছিল আমাৰ পিতাদেৱেই। জাঁজীবাসীৰ সহযোগ আৰু সদিচ্ছাৰ ফলত প্ৰত্যেক বছৰ মাঘৰ পূৰ্ণিমাৰ দিনা আৰম্ভ কৰি ১৯৩৫ চনৰ পৰা ৬-৭ বছৰ তিনিদিনীয়াকৈ এই বীৰ পূজা পালন হৈছিল। এই মেলাৰ কৰি শ্ৰী বিনন্দ চন্দ্ৰ বৰুৱাক সম্পাদক পাতি তাৰ লগতে এখন আটকধুনীয়া প্ৰদৰ্শনীও পাতিছিল।'

'সেই প্ৰদৰ্শনীৰ সম্পাদক আছিল আমাৰ পিতাদেউ। তেনে প্ৰদৰ্শনী জাঁজীৰ ভিতৰতে প্ৰথম আছিল আৰু দৰ্শকে চাই ভূয়সী প্ৰশংসা কৰিছিল...' (135)

শিক্ষাবিদ সোণাৰাম চুতীয়াই এই বিষয়ে লিখিছে ঃ 'জাঁজীৰ লাচিত মেলা অসমৰ ভিতৰত এটি মহৎ জাতীয় অনুষ্ঠান বুলি ক'লেও বঢ়াই কোৱা নহয়। এই লাচিত মেলা অনুষ্ঠানটিৰ গুৰি ধৰোঁতাসকলৰ ভিতৰত স্বৰ্গীয় শইকীয়াদেউ এজন। তেখেতক উপযুক্ত লোক বুলি ভাবি লাচিত মোলাৰ প্ৰধান সম্পাদকৰ ভাৰ দিছিল আৰু এই লাচিত মেলা প্ৰদৰ্শনী বিভাগৰ সম্পাদক হৈ কেইবা বছৰো মেলাৰ সৰ্বাংগীন উন্নতি কৰি নিয়াৰিকৈ মেলাৰ কাৰ্য সম্পাদন কৰিছিল।'(136)

ধ্বনিকবি বিনন্দ চন্দ্ৰ বৰুৱায়ো স্বীকাৰ কৰিছে,

'তেখেতেহে এই নিঃকিনক লাচিত মেলাৰ সম্পাদক পাতি আগবঢ়াই দি পাচত থাকি কেবাবছৰো অশেষ পৰিশ্ৰম কৰি এই জাতীয় অনুষ্ঠানৰ গঢ় দিলে।'(137)

ইয়াৰ পৰা দেখা যায় লাচিতক চুতীয়া বুলি দাবী কৰাৰ আগৰে পৰা চুতীয়া সন্মিলনৰ প্ৰধান উদ্যোক্তা এচামে লাচিতৰ জাতীয় বীৰ পূজা সংগঠিত কৰি তুলিছিল। এয়া পৰৱৰ্তী কালত লাচিতক চুতীয়া বুলি দাবী কৰিবৰ বাবেইনে কি, জনা নাযায়। মুঠৰ ওপৰত চুতীয়া সন্মিলনৰ নেতৃবৃন্দৰ বাবে অসমীয়াত্ব আৰু চুতীয়াত্ব একেটা মুদ্ৰাৰে পিঠি সিপিঠি। সাধনীৰ লগতে লাচিতৰ বীৰ পূজাই সেই মুদ্ৰাটোকে মূল্যৱান কৰি তুলিছিল।

ভ্ৰমৰৰ প্ৰথম সংখ্যাতে (১৯৪৮) প্ৰকাশিত লবোৰাম পালকৰ কবিতাত মোমাই তামুলী বৰবৰুৱাৰ আৰু লাচিত বৰফুকনক চুতীয়া সম্প্ৰদায়ৰ বুলি কোৱাৰ পৰা অনুমান কৰিবলৈ টান নহয় যে আৰম্ভণিৰ পৰাই লাচিতৰ চুতীয়াত্ব সম্পৰ্কে চুতীয়াসকলৰ মাজত জন বিশ্বাস প্ৰবাহিত আছিল।

মধ্যযুগৰ লাচিত বৰফুকনৰ দৰেই আধুনিক কালৰ কুশল কোঁৱৰ আৰু ৰোহিণীকান্ত হাতীবৰুৱা হ'ল এনে দুজন ব্যক্তি যাৰ বংশ পৰম্পৰা লৈ আহোম আৰু চুতীয়াসকলৰ মাজত দীঘলীয়া বিতৰ্ক পৰিলক্ষিত হয়। উদাহৰণস্বৰূপে কোষেশ্বৰ বৰুৱাই ১৯৮৯ চনৰ অধিবেশনৰ সভাপতিৰ অভিভাষণত গৌৰৱময় আহোম ৰাজত্বকালৰ 'চুতীয়া গোষ্ঠীসম্ভূত লাচিত বৰফুকন', 'মটকচুতীয়া'ৰ সৰ্বানন্দ সিংহ আদিৰ লগতে 'স্বাধীনতা

আন্দোলনৰ প্ৰাণ আহুতি দিয়া চুতীয়া গোষ্ঠীৰ কুশল কোঁৱৰ, গুণাভি বৰদলৈ, সত্তু বৰা, সৰুনাথ চুতীয়া, সৰুকণ চুতীয়া, ৰোহিণী হাতীবৰুৱা প্ৰমুখ্যে লোকসকলক' সোঁৱৰে।(138)

সেই একে বছৰৰ স্মৃতিগ্ৰন্থত প্ৰকাশিত 'ভোটোকা মহৰী শ্বহীদ হ'ল' শীৰ্ষক প্ৰবন্ধত কমল হাজৰীকাই কুশল কোঁৱৰৰ স্মৃতি চাৰণ কৰে। সেই প্ৰবন্ধত স্পষ্টকৈ দাবী কৰা হয় ঃ

'১৯০৫ চনত জন্ম লাভ কৰা ভোটোকা কোঁৱৰ আছিল স্বাধীনতা আন্দোলনত ডিঙিত চিপজৰী লোৱা চুতীয়া ৰাজবংশৰ শেষ শ্বহীদ।'(139)

মন কৰিবলগীয়া যে চুতীয়া সন্মিলনৰ কৰ্মী সোণাৰাম চুতীয়াৰ ৰচনাৱলীত তেওঁ লিখা মাত্ৰ এটা কবিতাই স্থান পাইছে। সেয়া হ'ল বহু বছৰৰ আগতে কুশল কোঁৱৰৰ সোঁৱৰণত লেখা 'মুক্তিবেদীত' নামৰ কবিতা-পুথিৰ (অংশবিশেষ)।(140) এয়া কেৱল কাকতালীয় সংযোগ বুলি মনে নধৰে।

আনহাতে ১৯৮৯ চনতেই ড. দুৰ্গেশ্বৰ বৰাই সম্পাদনা কৰা জাগৰণ নামৰ স্মৃতিগ্ৰন্থত পুনৰমুদ্ৰিত হয় 'চুতীয়া বুৰঞ্জীৰ এক আধ্যা' শীৰ্ষক এটা অংশ। তাত স্পষ্টকৈ কোৱা হয় ঃ

(১) আহোম ৰজাই চমুৱা কুঁৱৰীৰ ৰূপে গ্ৰহণ কৰা নামসিঙৰ কন্যাৰ পূৰ্বপতিৰ পৰা হোৱা ল'ৰাটি ৰজাৰ নগৰতে মাকৰ লগত থাকি আজিকালিকৈ ডেকা হ'ল। সেই ল'ৰাটিক আহোম ৰজাই হাতীবৰুৱা বিষয় দিলে। সেই চমুৱাকুঁৱৰীৰ পুত্ৰই হাতীবৰুৱা এফৈদৰ আদিপুৰুষ চুতীয়াৰ সন্তান। হাতীবৰুৱাৰ এই ফৈদতে দেশ প্ৰেমিক ৰোহিণীকান্ত হাতীবৰুৱাৰ জন্ম।'(141)

(২) কিছুকালৰ পাছত এই দুজন চুতীয়া ৰাজকুমাৰৰ সতি সন্ততিৰ এঘৰ প্ৰতাপী মানুহ হ'ল। কিন্তু এনেতে এওঁলোকৰ ওপৰত কোনো ৰাজ বিষয়াৰ বিষদৃষ্টি পৰে। .. আহোম ৰজাই বিষয়াসকলৰ এই কু চক্ৰান্ত যুক্তিপূৰ্ণ আৰু সত্য বুলি ধৰি তেওঁলোকৰ সাতজন ককাই ভাইক পৃথক পৃথক খেলত সুমাই ঠাই ঠাই কৰি নিঠৰুৱা কৰি পেলালে। সেই দিন ধৰি চুতীয়া ৰাজকুমাৰৰ সতি সন্ততি ৰাজ সন্মান ৰহিত হ'ল আৰু ৰাজপৰিয়ালৰ লোক বুলি তেওঁলোকক কোনেও চিনি নোপোৱা হ'ল।... ১৯৪২ চনৰ স্বাধীনতা সংগ্ৰামৰ বীৰ যোদ্ধা কুশল কোঁৱৰ এই ফৈদৰে সন্তান।(142)

মন কৰিবলগীয়া যে তোলন শইকীয়াই আজিৰ পৰা ... দশক আগতেই কুশলকোঁৱৰ আৰু ৰোহিণী হাতীবৰুৱাক চুতীয়া বুলি আখ্যা দিছিল।

ইয়াৰে আলম লৈ লিখা 'অগ্ৰণী মুক্তিযোদ্ধা কৰ্মপ্ৰাণ ৰোহিণীকান্ত হাতীবৰুৱা' প্ৰবন্ধত চিদানন্দ শইকীয়াই সেয়েহে ৰোহিণীকান্ত হাতীবৰুৱাক চুতীয়া বুলি দাবী কৰিছে।(143)

লাচিত-কুশল-ৰোহিণীৰ এই বীৰপূজাক লৈ সমস্যা উদ্ভৱ হয় এই খিনিতেই

যিহেতু তেওঁলোকৰ অসমীয়াত্বক চেৰ পেলাই তেওঁলোক আহোম নে চুতীয়া সেই বিতৰ্ক মাজে মাজে প্ৰবল হৈ উঠে। আৰু তেনে ঘটিলেই 'জাতীয়' বীৰপূজাৰ প্ৰকৃত উদ্দেশ্য পৰাজিত হৈ সাম্প্ৰদায়িক দ্বন্দ্বলৈ পৰ্যবসিত হয়।

কিন্তু এইসকলক বাদ দিও আৰু বহুকেইবাটিও ঐতিহাসিক বা কিম্বদন্তী চৰিত্ৰক কেন্দ্ৰ কৰি চুতীয়াসকলৰ বীৰ পূজাৰ পৰম্পৰা (hero-cult) গঢ়াৰ প্ৰচেষ্টা অব্যাহত আছে। উদাহৰণস্বৰূপে বেণুধৰ শৰ্মাই 'চুতীয়া কৃষ্টি' নামৰ প্ৰবন্ধত উল্লেখ কৰা জনাগাভৰু নামৰ শক্তিশালী নাৰী নেত্ৰী গৰাকীৰ কথা উল্লেখ কৰিব পাৰি।

তেওঁৰ ভাষাত ঃ

'জনা গাভৰু চুতীয়া ৰমণী। চৈখোৱা ঘাটৰ ওচৰত থকা জনাপথাৰেই তাৰ চিন। এওঁ তিৰী হৈও ৰাজপাট খাইছিল আৰু জুৰীয়া ঢাপ মৰাই নশ কোঁৱৰক বন্দীকৈ থৈছিল চুতীয়া ৰমণীৰ নিৰ্ভীক চিত লয়লাস খোজ কাটলে স্ত্ৰী স্বাধীনতাৰ ক্ষীণ আঁচ এটি আজিও সমাজত আঁকি থৈছে।'(144)

উল্লেখযোগ্য যে অসমীয়া ভাষাত এসময়ত বহুল প্ৰচাৰিত আৰু জনপ্ৰিয় জনাগাভৰুৰ গীত সংকলন কৰি প্ৰকাশ কৰাৰ ক্ষেত্ৰতো উদ্যোগ লৈছে চুতীয়া লেখকেই। প্ৰতাপ নেওগৰ চুতীয়া জাতি আৰু জনাগাভৰু গীত (কমাৰগাঁও,২০০২) এই ক্ষেত্ৰত স্মৰ্তব্য।

একেদৰে কিম্বদন্তীৰ যুগৰ পৰা উঠি আহি বীৰপূজাৰ নায়ক হ'ব ধৰা আন দুজনমান বীৰ হৈছে জপৰা, জগধা আৰু ঘিলাবীৰ। কৃত্তিকাৰ প্ৰথম সংখ্যা (১৯৯৩)ত গুণকান্ত চুতীয়াই লিখা 'চুতীয়াৰ বীৰ জপৰাজগধা' প্ৰবন্ধত জনৈক (প্ৰয়াত) সুখত চুতীয়াৰ পৰা প্ৰাপ্ত বুৰঞ্জীৰ ভিত্তিত চিংফৌৰ লগত যুদ্ধত বীৰত্ব দেখুৱা জপৰা আৰু জগধা নামৰ দুজন বীৰৰ কাহিনী বিবৃত কৰিছে। তিনিচুকীয়া জিলাৰ পেঙেৰীত এতিয়াও জপৰা পূজা কৰা হয় বুলিও তেওঁ জনাইছে। একেদৰে সাধনীৰ এজন সেনাপতি ঘিলাবীৰৰ বীৰত্বৰ কথা উল্লেখ কৰিছে ললিত চুতীয়াই।(145) ৰজনীকান্ত বৰদলৈৰ 'তাম্ৰেশ্বৰী মন্দিৰ' উপন্যাসৰ পাতৰ পৰা তুলি আনি ধনেশ্বৰ চুতীয়াক দেউৰী-চুতীয়া বীৰ ৰূপে প্ৰক্ষেপণ কৰিছে ভূপেন শইকীয়াই।(146)

মোৱামৰীয়া বিদ্ৰোহৰ অন্যতম নেতা ঐতিহাসিক পুৰুষ সৰ্বানন্দ সিংহৰ প্ৰক্ষেপণো এই বীৰ-পৰম্পৰাৰ অন্যতম অংশ। ১৭৮৮-১৭৯৯ খ্ৰীষ্টাব্দলৈ বৰ্তমানৰ তিনিচুকীয়া জিলা অঞ্চলত শাসন কৰা এইজন বিদ্ৰোহী নেতাও জাতীয় বীৰৰ মৰ্য্যদা পাবৰ যোগ্য বিবেচিত হৈছে।

আনহাতে আধুনিক কালত চুতীয়া সম্প্ৰদায়ৰ স্মৰণীয় বৰণীয় ব্যক্তিসকলৰ ভিতৰত ভ্ৰমৰচন্দ্ৰ শইকীয়া আধুনিক অসমীয়া জাতীয় নেতাৰ মৰ্যাদা পোৱাৰ যোগ্য বুলি ব্যাপক জনমত গঢ়ি উঠা পৰিলক্ষিত হয়। এইসকলো মিলি কিম্বদন্তীৰ যুগৰ পৰা মধ্যযুগ

হৈ আধুনিক কাললৈকে ব্যাপ্ত এই বীৰবীৰাংগণাৰ সমদলে জনগোষ্ঠীটোক দিছে প্ৰেৰণা, আত্মবিশ্বাস, আত্ম-চেতনা আৰু নিৰ্মীয়মান জাতীয় বুৰঞ্জীৰ অলেখ সমল।

## মেকুৰী ঃ জাতীয় প্ৰতীক চিহ্ন

ড. দামোদৰ ধৰ্মানন্দ কৌশাম্বীয়ে তেওঁৰ সুবিখ্যাত 'ভাৰতৰ ইতিহাস' গ্ৰন্থত বিভিন্ন গোষ্ঠী গোত্ৰৰ টোটেমবিলাকৰ সম্পৰ্কত এক চিন্তাকৰ্ষক ব্যাখ্যা আগবঢ়াইছে। সমাজতাত্বিকসকলৰ টোটেম জনিত ব্যাখ্যাতো আছেই। চুতীয়াসকলৰ আত্ম চেতনা বিকাশৰ ক্ষেত্ৰতো মেকুৰীৰ টোটেমে এক তাৎপৰ্যপূৰ্ণ প্ৰভাৱ পেলাইছে। সাধাৰণতে জনজাতীয় গোত্ৰসমূহৰ ক্ষেত্ৰত বিভিন্ন পক্ষী-পশু-গছলতা ফলমূলৰ এনে টোটেম গৃহীত হয়, যি অবধ্য বা অভক্ষ্য হয়। সেই প্ৰক্ৰিয়াত সি আৰাধ্য দেৱতাতো পৰিণত হবঁগে পাৰে।

চুতীয়াসকলৰ মেকুৰী জনিত চেতনা আৰু তাৰ লগত জড়িত গোষ্ঠী-জনজাতীয় জীৱনৰ স্মৃতি সম্প্ৰদায়টোৰ অতীত ইতিহাসৰ অনুসন্ধানত এক সঁচাৰ কাঠী হ'ব পাৰে। এইখিনিতে মন কৰিবলগীয়া যে মেকুৰী কোনো আৰ্য দেৱ-দেৱীৰ বাহন বা তেওঁলোকৰ লগত জড়িত নহয়। এতেকে মেকুৰীৰ সম্পৰ্ক যে আৰ্য ভিন্ন কোনো আদিম জনজাতীয় সমাজৰ লগত আছিল তাত সন্দেহ নাই।

মেকুৰীৰ লগত আৰ্যসকলৰ কোনো সম্পৰ্ক নথকাৰ বিপৰীতে কছাৰীসকলৰ, বিশেষকৈ সোণোৱাল কছাৰীসকলৰ সম্পৰ্ক মন কৰিবলগীয়া। কছাৰী বুৰঞ্জীত ড. সূৰ্যকুমাৰ ভূঞাই উল্লেখ কৰিছে ঃ

'... শদিয়াৰ মাণিক নামৰ এজন কছাৰীৰ ঘৈণীয়েকে মহাদেৱৰ কৃপাত এক ক'লা মেকুৰী জন্ম দিয়ে, যিটো সৰিয়হৰ ডুলীত থোৱাত সোণৰ মেকুৰীত পৰিণত হয়। সেই মেকুৰীৰ প্ৰভাৱত মাণিক ৰজা হৈ শদিয়াৰ পৰা দিখৌ মুখলৈ শাসন কৰে। মাণিকৰ পুতেক নাছিল, জীয়েকহে আছিল। জীয়েকক বিয়া দিয়া হয় মুকুতা নামেৰে আন এজন কছাৰীলৈ। মুকুতাৰ পৰামৰ্শমতে জীয়েকে সোণৰ মেকুৰীৰ বাবে ৰোহ পতাত মাণিকে সোণৰ মেকুৰীৰ সমন্বিতে ৰাজ্যভাৰ গতাই দি মুকুতাক ৰজা পাতিলে।'(147)

এই কাহিনীৰ লগত সাধনী-নীতিপাল-চুতীয়াৰ সোণৰ মেকুৰীৰ কাহিনীৰ সাদৃশ্য মন কৰিবলগীয়া। সেয়েহে ললিত চুতীয়াই কৈছে-

'চুতীয়া আৰু সোণোৱাল কছাৰীৰ সাংস্কৃতিক ঐতিহ্যত মেকুৰী এতিয়াও টোটেম হিচাপে গণ্য হয়। চুতীয়াসকলৰ মাজত এতিয়াও মেকুৰী মাৰিব নেপায়, বিশেষকৈ ক'লা মেকুৰী মাৰিলে তাৰ সলনি সোণৰ মেকুৰী দিব লাগিব এনে বিশ্বাস বিদ্যমান।'(148)

মেকুৰীৰ এই প্ৰতীকে যে চুতীয়া মননক চিৰদিন আচ্ছন্ন কৰি ৰাখিছে, তাৰ প্ৰমাণ তলৰ আখ্যান কিটাৰ পৰাই পোৱা যায় ঃ

(১) শিবসাগৰ জিলাৰ জয়ৰাপাৰত থকা দেও ঘৰটো প্ৰতিষ্ঠা কৰিছিল চুতীয়া নেতা জয়ে, ১৪ শতিকাৰ শেহভাগত। সেই দেওঘৰত শিব আৰু কেঁচাইখাতী মূৰ্তি প্ৰতিষ্ঠা কৰি দুয়ো কাষে দুটা মেকুৰীৰ মূৰ্তি ৰখা হৈছিল। গুণকান্ত চুটিয়াই লিখিছে ঃ

'মন্দিৰৰ ভিতৰৰ মেকুৰীৰ মূৰ্তি দুটাই চুতীয়া জাতিৰ ঐতিহ্যকে বহন কৰে। কাৰণ সেই যুগত ধৰ্মীয় আৰু জাতীয় প্ৰতীক স্বৰূপে চুতীয়াসকলৰ বাদে আন কোনো জাতিয়েই মেকুৰী ব্যৱহাৰ কৰা নাছিল।'

এইজন জয়ৰে প্ৰতাপ বাঢ়ি যোৱাত ভীত সন্ত্ৰস্ত হৈ আহোম ৰজাই হত্যা কৰে। তেওঁক ধাই আলিৰ কাষত মৈদাম দিয়া হয় ঃ

'মৈদামত জয়ৰ বীৰত্ব আৰু স্বজাতি প্ৰীতিৰ নিদৰ্শন স্বৰূপে এটা সোণৰ মেকুৰী, এখনকৈ ৰূপৰ ঢাল আৰু তৰোৱাল মৈদামত পোতা হৈছিল।'(149)

(২) একেদৰে যোৰহাট জিলাৰ টেকেলা গাঁৱৰ সেৱিন বৰাৰ পৰা জ্ঞাত কাহিনী আৰু প্ৰাপ্ত নথি অনুসৰি সেই গাঁৱত স্মৰণযোগ্য কালৰে পৰা 'মেকুৰীচুক' নামেৰে এটা চুবুৰী অৱস্থিত। 'মেকুৰী' শব্দৰ ব্যৱহাৰে ইংগিত কৰাদি এই চুবুৰীৰ লগতো এটি সোণৰ মেকুৰীৰ কাহিনী জড়িত। সেই অনুসৰি সেৱিন-সৰুকণ-সৰুমইনা-মাল-মতিৰাম-নিৰাই-গোপাল-কলীয়া-হাতভগা-ধ্যান হৈ গেলালৈকে গ'লে দেখা যায় যে গেলা অৰ্থাৎ তথ্যদাতাৰ উৰ্দ্ধতম দশম পুৰুষক ৰজাই কামত সন্তুষ্ট হৈ এটা সোণৰ মেকুৰী দিয়াৰ কাহিনী স্থানীয়ভাৱে জনাজাত ।(150) আনুমানিক ৩০০ বছৰ আগতে তেনে ঘটাৰ ঐতিহাসিক সম্ভাৱনা আছে নে নাই সেয়া অৱশ্যেই গৱেষণাসাপেক্ষ।

.. এই দুই আখ্যানৰ উল্লেখ কৰা হৈছে (১) প্ৰচলিত কিম্বদন্তী আখ্যানৰ আলম লৈ ইতিহাস অনুসন্ধানৰ সম্ভাৱনাৰ বিষয়ে ইংগিত কৰিবলৈ আৰু (২) তাতোকৈ গুৰুত্বপূৰ্ণ কথা এটা 'জাতীয়' টোটেমৰ ধাৰণাৰ এক অভূতপূৰ্ব জনপ্ৰিয়তাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰিবলৈ। মন কৰিবলগীয়া যে অসমৰ আন কোনো সম্প্ৰদায়ৰ ক্ষেত্ৰতে 'জাতীয়' টোটেমৰ ধাৰণা চুতীয়াসকলৰ দৰে জনপ্ৰিয় নহয়। আনহাতে চুতীয়াসকলৰ আত্ম চেতনাৰ ই আজি এক অপৰিহাৰ্য অংগত পৰিণত হৈছে।

এই খিনিতেই প্ৰবলভাৱে প্ৰণিধান যোগ্য এটা কথা হৈছে এই যে এই টোটেমৰ উৎস সন্ধানেই চুতীয়াসকলৰ মাজত ইতিহাস অনুসন্ধানৰ এক সুকীয়া পটি কাটিছে আৰু তেওঁলোকক 'জাতীয়' ইতিহাসবোধৰ এক নতুন পৰ্যায়ত উপনীত কৰাইছে। সেই অনুসৰি টোটেমৰ উৎস বিচাৰি চুতীয়া বুৰঞ্জী-সন্ধানীয়ে চীনদেশ পৰ্যন্ত পাইছেগৈ। বহুদিন জুৰি চুতীয়া বুৰঞ্জীৰ উৎস সন্ধান আৰ্য-আৰ্যাবৰ্ত-ভাৰত-মহাভাৰতমুখী হৈ থকাৰ বিপৰীতে

সম্প্ৰতি সি মহাচীন-দক্ষিণপূব এচিয়াৰ অভিমুখে এটা মোৰ লৈছে। চুতীয়াসকলৰ মাজত জনজাতীয় উৎস সন্ধানৰ ৰাজনীতিও অৱশ্যে এই নতুন বুৰঞ্জীচৰ্চাৰ এক প্ৰধান অনুপ্ৰেৰণা।

যি কি নহওক, 'জাতীয় টোটেম'ৰ চীনা উৎসৰ কেইটামান উদাহৰণ প্ৰতাপ নেওগে এনেকৈ ডাঙি ধৰিছে ঃ

(১) দেওধাই অসম বুৰঞ্জীত উল্লেখিত হিন্দুবান (Hengduan Shan) ৰাজ্য বৰ্তমানে উত্তৰ ইউনানত (চীন) অৱস্থিত। ইয়াৰ ৰাজধানী দিক্ৰেন (দিক্ৰৰ)। ড. নিৰ্মলপ্ৰভা বৰদলৈয়ে 'দেৱী' গ্ৰন্থৰ ৪০৭ পৃষ্ঠাত ইয়াৰ কথা উল্লেখ কৰিছে। এই হিন্দুবান ৰাজ্যৰ পবিত্ৰ শালেগ্ৰাম বোলে আছিল ঢাল, তৰোৱাল আৰু মেকুৰী।.. তিবৃতৰ বন ধৰ্মত বাঘ প্ৰজাতিক পূজা কৰা নিয়ম আছিল... চুতীয়াই মেকুৰীক পবিত্ৰ জ্ঞান কৰা প্ৰভাৱ 'বন' ধৰ্মৰ পৰা আহিছে বুলি ক'ব পাৰি। উল্লেখযোগ্য যে কুবেৰো এজন 'বন' দেৱতা .. মেকুৰী ছবি থকা মোহৰ পোৱা গৈছে মধ্য এচিয়াৰ তাযুক নামৰ ঠাইত। ই পুৰণি তীয়াচান অঞ্চলৰ এখন ঠাই, য'ৰ পৰা চুতীয়াসকল অহা বুলি বিশ্বাস কৰা হয়।(151)

এনেকৈয়ে চুতীয়াসকলৰ ক্ষেত্ৰতে টোটেমে এক প্ৰাচীন গোষ্ঠী সমাজৰ গোত্ৰভিত্তিক সাংকেতিকতাৰ পৰ্যায় অতিক্ৰম কৰি আধুনিক জাতি গঠন প্ৰক্ৰিয়াৰ বুৰঞ্জীৰ সমল হৈ পৰিছে, যিটোৱে এক একক আৰু অনন্য পৰিঘটনাৰ ৰূপ পৰিগ্ৰহ কৰিছে।

## 'জাতীয়' প্ৰত্নতত্ত্ব-পুৰাতত্ত্ব

'জাতীয়' টোটেমৰ ধাৰণাৰ লগত সংগতি ৰাখি চুতীয়াসকলৰ মনত এক 'জাতীয়' প্ৰত্নতত্ত্বৰ চাহিদা আৰু তাগিদা তীব্ৰ হৈ উঠিছে। তেওঁলোকে শদিয়া-কুণ্ডিল-তাম্ৰেশ্বৰী মন্দিৰ- ভীষ্মকনগৰ-ৰুক্মিণীনগৰৰ উপৰিও বৰ্তমান অৰুণাচলৰ মালিনীথান আৰু ইটানগৰক তেওঁলোকৰ প্ৰাচীন বুৰঞ্জীৰ স্থান বুলি চিনাক্ত কৰিছে।

লক্ষ্যণীয়ভাৱে এই প্ৰত্নতত্ত্ব গঢ়াত বৰঙণি যোগায় এজন অনা-চুতীয়া, অনা-অসমীয়া অভিযন্তাই। বৰাকৰ বাঙালী বিদ্বান ৰাজমোহন নাথে 'চুতীয়া জাতিৰ পুৰাতত্ত্ব' শীৰ্ষক যিটো প্ৰবন্ধৰে এই চৰ্চাৰ পাতনি মেলিছিল (১৯৫৮)তাত চুতীয়া শব্দৰ উৎস-সন্ধান, কুন্দী মামা, কা-চাই-খাতি, তাম্ৰেশ্বৰী মন্দিৰ আদিৰ প্ৰত্নতত্ত্বৰ সম্পৰ্কে মননশীল আলোচনা আগবঢ়োৱা হৈছে।(152)

আনহাতে কুণ্ডিলনগৰ, মালিনীথান, ইটানগৰ আদি পৰ্বতে-কন্দৰে দূৰ দূৰণিত বিক্ষিপ্ত হৈ থকা পুৰণি ভগ্নাৱশেষখিনি এসময়ৰ একে ৰাজ্যৰে অন্তৰ্গত কীৰ্তিচিহ্ন বুলি প্ৰমাণ কৰিবলৈ যথেষ্ট চেষ্টা চলাৰ উমান পোৱা যায়। সঁচা কথা ক'বলৈ গ'লে দূৰ অতীতৰ, অন্ততঃ এক সহস্ৰাব্দৰ আগৰ এই ভগ্নাৱশেষখিনিয়ে এক জনগোষ্ঠীগত আৱেগ গঢ়ি

তোলাত সহায়ক হৈছে, অথবা ক'ব পাৰি যে সচেতন ভাৱেই তেনে আবেগ গঢ়ি তোলাৰ বাবে সেইবোৰ ব্যৱহাৰ কৰা হৈছে।

চুতীয়াসকলে এই ক্ষেত্ৰত নিজে চিন্তা-চৰ্চা কৰাৰ উপৰিও অনা-চুতীয়া, আনকি অনা অসমীয়া লেখক-গৱেষককো আকৃষ্ট কৰিবলৈ সক্ষম হৈছে। ভি. এচ. বেন্দ্ৰে. ড° ৰাই এ ৰাইকাৰ, এচ চেটাৰ্জী, ডি চি. চৰকাৰ, ভেৰিয়াৰ এলুইন আদিৰ উদ্ধৃতি দি কোমেশ্বৰ বৰুৱাই যেনেকৈ উক্ত প্ৰত্নতত্ব সাব্যস্ত কৰিবলৈ বিচাৰিছে ঠিক তেনেকৈ চন্দ্ৰধৰ ত্ৰিপাঠী আদিৰ আলোচনায়ো তাক সমৃদ্ধ কৰিছে। অৰুণাচল চৰকাৰৰ দ্বাৰা প্ৰকাশিত **Arunachal News, Malinithan,** আদি প্ৰকাশনাৰো এই ক্ষেত্ৰত ভূমিকা আছে। সকলোখিনি মিলি চুতীয়াসকলক প্ৰদান কৰিছে এক আত্ম বিশ্বাস, অতীত ৰোমন্থনেৰে ভৱিষ্যতক চমজি লোৱাৰ আত্ম-চেতনা।

## 'জাতীয়' বুৰঞ্জীৰ প্ৰেৰণা

এক 'জাতীয়' বুৰঞ্জী প্ৰণয়নৰ প্ৰশ্নটোৱে চুতীয়াসকলৰ বাবে এক ভাবপীড়া হৈ দেখা দিছে। চুতীয়া সন্মিলনৰ জন্মৰ দিন জুৰি এই তাগিদা আৰু তীব্ৰতৰ হৈছে। চুতীয়া সন্মিলনৰ প্ৰথম নিয়মাৱলী (১৯২৫) লিখা হৈছিল যে ঃ

৩। আসামৰ চুতীয়া সম্প্ৰদায়টোৰ উন্নতিৰ অৰ্থে সন্মিলনে তলত দিয়া কাৰ্যখিনি কৰিবৰ নিমিত্তে চেষ্টিত থাকিব।

(ক) পুৰাতনীয়া কথা অনুসন্ধান আৰু উদ্ধাৰ কৰি চুতীয়া জাতিৰ এখন ভাল বুৰঞ্জী উলিবা ...'(153)

সন্মিলনৰ অন্যতম কৰ্মকৰ্তা ৰহাৰ প্ৰয়াত গোপীনাথ বৰদলৈয়ে চুতীয়াজাতিৰ এখন বুৰঞ্জী প্ৰণয়ন কৰিছিল বুলি জনা যায়। আনহাতে অন্যতম প্ৰতিস্থাপক শ্ৰমৰ চন্দ্ৰ শইকীয়াইও আমৃত্যু এখন 'জাতীয়' বুৰঞ্জী প্ৰণয়ণৰ হেঁপাহ বুকুত কঢ়িয়াই ফুৰিছিল ঃ

মৃত্যুৰ কিছু দিনৰ আগতে তেখেতে আসাম চুতীয়া সন্মিলনৰ অন্যতম কৰ্মকৰ্তা কমল চন্দ্ৰ চুতীয়াক সেই উদ্দেশ্যে মতাই নি কয় ঃ

'তোমাক মতাৰ বিশেষ কথা আছিল। মই আমাৰ জাতীয় বুৰঞ্জীৰ সমল বিলাক গোটালো। মাত্ৰ ইন্দ্ৰ মাষ্টৰ, দুয়ো সোণাৰাম (আমগুৰিৰ প্ৰধান শিক্ষকজন আৰু একে নামৰ শ্ৰীমন্ত শংকৰদেৱ সংঘৰ কৰ্ণধাৰজন (দেশ) তুমি, মই আৰু আমাৰ মোহন এই কেইজন গোটখাই কামখিনি আঁতপিত লগাই সজালেই হব। তালৈকে তোমাক মাতিছিলোঁ, ... মই মৰাৰ আগতে কামৰ এটা আঁত লগাই থৈ যাওঁ।'(154)

দেখা যায় যে অসমৰ আন যিকোনো জনগোষ্ঠীগত সংগঠনৰ তুলনাত চুতীয়া সন্মিলনে জন্মলগ্নৰ পৰাই 'জাতীয়' বুৰঞ্জী প্ৰণয়ন এক পৰম পবিত্ৰ জাতীয় কৰ্তব্যৰূপে

**পৰিগণিত কৰি আহিছে। ইয়াৰ প্ৰথম অধিবেশনৰ পৰাই এই বুৰঞ্জী প্ৰণয়ন এক লক্ষ্য হিচাপে লোৱা হৈ আহিছে। কিন্তু যি কাৰণেই নহওক কিয়, বিগত ৮০ বছৰে সেই লক্ষ্য পূৰণ হোৱা নাই। চুতীয়া সন্মিলনৰ জন্মলগ্নৰে এই লক্ষ্য পূৰণ কৰিবলৈকে ১৯৮৫ চনত এখন বুৰঞ্জী প্ৰণয়ণ উপ সমিতিও গঠন কৰি দিয়া হৈছিল। কিন্তু অৰ্থৰ অভাৱত সেই কাম সম্পূৰ্ণ নহ'ল।** পৰৱৰ্তী কালত ২০০২ চনত আৰম্ভ হোৱা চুতীয়া বুৰঞ্জী প্ৰণয়ণৰ প্ৰক্ৰিয়াটোৱেই সমগ্ৰ সম্প্ৰদায়টোকে আবেগিক ভাৱে আলোড়িত কৰি এক আত্ম-চেতনা প্ৰদান কৰা পৰিলক্ষিত হয়। উল্লেখযোগ্য যে এই প্ৰস্তাৱিত বুৰঞ্জীয়ে চুতীয়াসকলক এক আত্ম চেতনা প্ৰদান কৰাৰ প্ৰক্ৰিয়াতে অৱদমন আৰু অৱমাননা বিজড়িত বিগত দিনৰ ইতিহাসক নুই কৰিবলৈ ওলাইছে। সেই ইতিহাসৰ অস্বীকাৰ বা নেতিকৰণে (Negation) মুকলি কৰিবলৈ ধৰিছে এক নতুন ইতিহাসৰ নৱ নিৰ্মাণ বা পুনৰলেখন-পুনৰগঠনৰ প্ৰক্ৰিয়া।

## চিৰচেনেহী মোৰ ভাষা জননী

চুতীয়াসকলৰ আত্ম চেতনাৰ অংশ হিচাপে এক ভাষিক চেতনাও পৰিলক্ষিত হয়। এই চেতনাৰ প্ৰতিপাদ্য বিষয় দুটা ঃ (১) চুতীয়া ভাষাই অসমীয়া ভাষাৰ আদিৰূপ (২) বৰ্তমানৰ দেউৰী ভাষাই পূৰ্বৰ চুতীয়া ভাষা।

এই প্ৰথমটো ধাৰণাৰ সমৰ্থনত চুতীয়াসকলে এনেকৈ দাবী কৰি আহিছে ঃ

**'অসমীয়া জাতিৰ নিজা ভাষা বুলি পৰিগণিত হোৱা অসমীয়া ভাষা (ৰাজ্যিক ভাষা) অসমৰ বিভিন্ন মনীষীসকলৰ বিভিন্ন মতামতৰ ওপৰত আজিলৈকে বিষৰণে প্ৰতীয়মান হৈ আছে তাত চুতীয়া জাতিৰ ভাষাহে অসমীয়া ভাষাৰ মূল ভেটি তাক সম্পূৰ্ণৰূপে অস্বীকাৰ কৰা হৈছে। এটা জাতিৰ ভাষা শূন্যত সৃষ্টি হোৱাৰ কথা কোনো প্ৰকাৰেই ঐতিহাসিকভাৱে আৰু বৈজ্ঞানিক দৃষ্টিকোণৰ পৰা প্ৰমাণসিদ্ধ নহয়; সেইমতেই অসমীয়া ভাষাটোও বিষৰণে যুক্তিৰ দ্বাৰা প্ৰমাণ কৰিবলৈ বিচৰা হৈছে তাৰ দ্বাৰা ভাষাৰ মূল ভেটিৰ সত্তাৰ অস্তিত্বহীন অৱস্থা। এই জ্বলন্ত সত্য কথাটো আজিলৈকে চুতীয়া জাতিৰ নিৰীহ, দুৰ্বল আৰু পিচপৰা অৱস্থাৰ সুবিধা লৈয়েই অসমৰ বহু বিজ্ঞ পণ্ডিতসকলে নিৰপেক্ষ আৰু সহানুভূতিবিহীনভাৱে বিবেচনা কৰাৰ নিদৰ্শন বুলি আজিৰ সন্মিলনে গভীৰ দুখ, ক্ষোভ আৰু আক্ষেপ কৰে।'**

**'আজিৰ সদৌ অসম চুতীয়া সন্মিলনৰ চতুৰ্দশ বাৰ্ষিক অধিবেশনে অসমীয়া জাতিৰ একমাত্ৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভা, অসমৰ বিশ্ববিদ্যালয়সমূহ, অসম চৰকাৰ, অসমীয়া অভিধান প্ৰণেতাসকল আৰু চিন্তাশীল লেখকসকলক দাবী জনায় যে অসমীয়া ভাষাৰ মূল ভেটি অসমৰ খিলঞ্জীয়া**

দুৰ্গত, চুতীয়া জাতিৰ ভাষাই অসমীয়া ভাষাৰ মূল ভেটি বুলি স্বীকাৰ আৰু ঘোষণা কৰা হওক।'(155)

বিশিষ্ট ভাষাতাত্ত্বিক বিশ্বেশ্বৰ হাজৰিকায়ো তেওঁৰ 'ত্ৰয়োদশ শতিকাৰ অসমৰ ভাষা' প্ৰবন্ধত ১২২৮ খ্ৰীষ্টাব্দত আহোমৰ অসম আগমনৰ আগেয়ে অসমত চুতীয়াসকলৰ ভাষাই প্ৰচলিত আছিল বুলি অনুমান কৰিছে। চুতীয়া স্মৃতিগ্ৰন্থ আৰু আলোচনীবোৰৰ প্ৰতিটো সংখ্যাতে প্ৰকাশিত দেউৰী-চুতীয়া ভাষা সংক্ৰান্তীয় প্ৰবন্ধবোৰেও চুতীয়াসকলৰ ভাষা-চেতনাকে প্ৰতিফলিত কৰিছে। কুণ্ডিলৰ চতুৰ্থ সংখ্যাত প্ৰকাশিত ড. দীপালী বৰাৰ 'দেউৰী চুতীয়া ভাষা, এটি টোকা', কমাৰবন্ধা অধিবেশনৰ স্মৃতিগ্ৰন্থ (১৯৮৯)ত প্ৰকাশিত 'দেউৰী চুতীয়া ভাষাৰ ব্যাকৰণ আৰু অসমীয়া ভাষাত চুতীয়া ভাষাৰ শব্দ প্ৰয়োগৰ চমু আভাস আদি প্ৰবন্ধই সেই কথাৰ সাক্ষ্য দিয়ে।

প্ৰাক আহোম অসমত চুতীয়াসকলেই অসমীয়া ভাষাৰ বুনিয়াদ প্ৰতিষ্ঠা কৰিছিল, বা তেওঁলোকে তেতিয়া কোৱা ভাষাই বৰ্তমানৰ অসমীয়া হ'লহি- এই দাবীয়ে একে লগতে দুটা উদ্দেশ্য সাধন কৰে। সেইবিলাক হ'ল ঃ (১) নিজৰ জনগোষ্ঠীটোৰ অৱদান সাব্যস্ত কৰি তাক মহত্ব প্ৰদান কৰা।

(২) একে সময়তে সেই অৱদান অবিহনে অসম্পূৰ্ণ অসমীয়া জাতি সত্বাৰ অপৰিহাৰ্য অংগৰূপে নিজকে তুলি ধৰা।

কিন্তু বৰ্তমানৰ দেউৰী ভাষাই এসময়ত চুতীয়া সকলৰো ভাষা আছিল, এতেকে দেউৰী ভাষাটো প্ৰকৃততে চুতীয়া ভাষাই; এই দ্বিতীয় দাবীটো একেদৰে গৃহীত হোৱা পৰিলক্ষিত নহয়। বৰং এই দাবীয়ে দেউৰী চুতীয়া সম্পৰ্কলৈ যথেষ্ট সংঘাত কঢ়িয়াই অনাহে দেখা যায়। ইয়াৰ বাস্তৱিক-অৰ্থনৈতিক কাৰণো নোহোৱা নহয়। দেউৰীসকলে আশংকা অনুভৱ কৰিছে যে তেওঁলোকৰ লগত থকা সম্পৰ্ককে সাব্যস্ত কৰি চুতীয়াসকলে অনুসূচীকৰণ লাভ কৰিব আৰু তুলনামূলকভাৱে অগ্ৰসৰ চুতীয়াসকলে দেউৰীসকলে বৰ্তমান উপভোগ কৰি থকা চাকৰি-বাকৰিতে ভাগ বহাব। সেয়েহে দেউৰী চুতীয়াৰ মাজত থকা (অতীতৰ) ভাষিক সম্পৰ্কৰ কথাটোৰ প্ৰতিও দেউৰীসকলৰ ইমান বিৰোধিতা।

তলত সাম্প্ৰতিক সময়ছোৱাত এই প্ৰশ্নক কেন্দ্ৰ কৰি বিভিন্ন কাকতে পত্ৰই চলি থকা সুদীৰ্ঘ, অন্তহীন বিতৰ্ক প্ৰতিফলিত হোৱা কেতবোৰ লেখনীৰ এখন চমু তালিকা ডাঙি ধৰা হ'ল ঃ

| | | |
|---|---|---|
| শৰৎ শইকীয়া | ঃ | *চুতীয়াৰ মৰ্মকথা*, আজি,২১-৪-০২ |
| ড. ৰাম প্ৰসাদ দেউৰী | ঃ | *দেউৰী সম্প্ৰদায় বনাম চুতীয়া জনগোষ্ঠী*, আমাৰ অসম, ২১-১১-০২ |
| বৈশালী চুতীয়া | ঃ | *দেউৰী আৰু চুতীয়াৰ বিষয়ে যৎকিঞ্চিৎ*, আমাৰ অসম,৪-১২-০২ |

| | | |
|---|---|---|
| ড. ৰাম প্ৰসাদ দেউৰী | ঃ | *দেউৰী আৰু চুতীয়াৰ বিষয়ে যৎকিঞ্চিৎ,* আমাৰ অসম, ২৬-১২-০২ |
| কোবেশ্বৰ বৰুৱা | ঃ | *দেউৰী চুতীয়া ভাষা,* আমাৰ অসম,২৪-১-০৩ |
| কুমাৰ সৌৰভ কুমতা | ঃ | *দেউৰী ভাষা দেউৰীসকলৰেই ভাষা,* আমাৰ অসম,২৪-১-০৩ |
| ড. ৰামপ্ৰসাদ দেউৰী | ঃ | *দেউৰী চুতীয়া একে নহয়,* সাদিন,২৮-২-০৩ |
| ললিত চুতীয়া | ঃ | *সম্পাদকলৈ চিঠি,* আমাৰ অসম,৪-৩-০৩ |
| ড. পৱন শইকীয়া | ঃ | *সম্পাদকলৈ চিঠি,* আমাৰ অসম,৬-৩-০৩ |
| লক্ষ্মীনাথ পাংগিং | ঃ | *দেউৰী চুতীয়া ভাষা,* আমাৰ অসম, ৮-৪-০৩ |
| ড. ৰামপ্ৰসাদ দেউৰী | ঃ | *দেউৰী-চুতীয়া ভাষা,* আমাৰ অসম,৮-৪-০৩ |
| ড. ৰাম প্ৰসাদ দেউৰী | ঃ | *চুতীয়া আৰু দেউৰীৰ সম্পৰ্ক,* আমাৰ অসম, ৯-৪-০৩ |
| হেমাংগ বিজয় চুতীয়া | ঃ | *চুতীয়াসকলৰ আতিগুৰি,* দৈঃ জনমভূমি,৬-৩-০৪ |
| ড. হীৰেন গোহাঁই | ঃ | *চুতীয়াসকলৰ আতি গুৰি, মন্তব্য,* দৈনিক জনমভূমি, ৬-৩-০৪ |
| বৈশালী চুতীয়া | ঃ | *চুতীয়াৰ আঁতি-গুৰি,* দৈনিক জনমভূমি,৩-৪-০৪ |
| ড. বসন্ত কুমাৰ দলে | ঃ | *চুতীয়াসকলৰ ভাষা,* দৈনিক জনমভূমি, ৪-১১-০৫ |
| জিতু খনিকৰ | ঃ | *চুতীয়াসকলৰ ভাষা,* দৈনিক জনমভূমি, ১২-১-০৬ |
| ড.বসন্ত কুমাৰ দলে | ঃ | *চুতীয়া ভাষা আৰু দেউৰী চুতীয়া সম্পৰ্কে এক অৱলোকন,* আজি,১-৩-০৬ |
| ড. ৰাম প্ৰসাদ দেউৰী | ঃ | *দেউৰী চুতীয়া সম্পৰ্কে এক অৱলোকন,* আজি |

এই লেখনী বিলাকে প্ৰমাণ কৰে যে (১) দেউৰী ভাষা দেউৰীসকলৰে ভাষা নে সি চুতীয়াসকলৰো ভাষা (আছিল) আৰু (২) চুতীয়াসকলে দেউৰীসকলৰ লগত সম্পৰ্কৰ ভিত্তিত জনজাতিকৰণ হ'লে কি হ'ব-নহ'ব, এই দুটা প্ৰশ্নক কেন্দ্ৰ কৰি বছৰৰ পাছত বছৰ জুৰি চলি থকা বিতৰ্কই চুতীয়াসকলৰ আত্ম-চেতনাক বহু পৰিমাণে প্ৰভাৱান্বিত কৰিছে।

# চুতীয়া জাতীয় সংগীত

প্ৰতিটো জাতি বা জাতিসত্বাই একোটা জাতীয় সংগীত প্ৰস্তুত আৰু গ্ৰহণ কৰে যাৰ অবিহনে জাতিগঠন অসম্পূৰ্ণ হৈ ৰয়। 'অ'মোৰ আপোনাৰ দেশ' যেনেকৈ অসমৰ জাতীয় সংগীত, 'জনগণমন' তেনেকৈ ভাৰতৰ ৰাষ্ট্ৰীয় সংগীত। চুতীয়া সম্প্ৰদায়ৰ বাবেও তেনেকৈ দুটি গীত 'জাতীয় গান' ৰূপে ৰচা আৰু গোৱাৰ প্ৰমাণ পোৱা যায়। ভ্ৰমৰচন্দ্ৰ শইকীয়া ৰচিত উক্ত গীত কিটি তলত দিয়া হ'ল ঃ

(১)

জয় জয় ভাগ্যবান ভীষ্মক ৰাজন
ৰাখিলা চুতীয়াৰ নাম
কুণ্ডিল ৰাজ্যৰ তুমি
জ্ঞানী মানী নৰপতি
আজিও ঘোষিত গুণ গান
আদৰ্শ গৃহস্থী তুমি
ৰুক্মিণী জীয়াৰী তুলি
প্ৰকাশিলা অসমৰ নাম।
চুতীয়া গৌৰব ৰবি
দেশৰো প্ৰসিদ্ধ তুমি
ৰাখি গ'লা স্বজাতিৰ নাম।
কুলৰ প্ৰদীপ তুমি
জিলিকাই জন্মভূমি
অমৰ কৰিলা তযু নাম।
সমস্ত চুতীয়া জাতি
তোমাৰ নামত আজি
সভক্তিৰে কৰোহোঁ প্ৰণাম।

(২)

জয় জন্মভূমিৰ জয়
জয় জন্মভূমিৰ জয়।
যত্ন কৰিলে উন্নতি হয়।
ভাং চুৰত কানি

বেয়া বুলি মানি
নেখালেই হয়।
লাহ বিলাহত
নোফন্দা ভেমত
কৰ্তব্যত উন্নতি হয়
কৰ্তব্য নুভুলি
সবে মিলি জুলি
যত্ন কৰিলে সবাৰে
উন্নতি হয়
জয় জন্মভূমিৰ জয়
জয় জন্মভূমিৰ জয়।

'উল্লেখযোগ্য যে ১৮৫০ শকৰ (১৯২৯ চন) ৯,১০,১১ চ'ত (ইং ২৩,২৪,২৫ মাৰ্চ) তাৰিখে পীড়াকটাৰ বাদুলী পুখুৰীৰ পাৰত অনুষ্ঠিত আসাম চুতীয়া সন্মিলনৰ আগদিনা এক বিৰাট শোভাযাত্ৰা কৰা হৈছিল।" হেমধৰ পাত্ৰবৰাক আগত লৈ" ভ্ৰমৰ চন্দ্ৰ শইকীয়া, যোগানন্দ বৰা আৰু চেনিৰাম দোলাকাষৰীয়াৰ নেতৃত্বত শোভাযাত্ৰা চলিছিল। স্বেচ্ছাসেৱক আৰু ছাত্ৰসকলে হাতত ৰঙা নীলা পতাকা লৈ "ভ্ৰমৰ চন্দ্ৰ শইকীয়াই ৰচনা কৰা এই জাতীয় গান দুটা গাই গাঁৱৰ মাজেদি আৰু আলিত এই শোভাযাত্ৰা কৰিছিল।'

অৱশ্যে এই গীতদুটি বৰ্তমানেও চুতীয়া জাতি সন্মিলনে 'জাতীয় গীত' বুলি গায়নে নাগায় জনা নগ'ল। সেয়ে হ'লেও 'জাতীয় গীত' ৰচাৰ বা গোৱাৰ প্ৰৱণতাই জনগোষ্ঠীগত চেতনাৰ উন্মেষৰে ইংগিত বহন কৰে।

# সামৰণি

## চুতীয়াসকলৰ আত্মপৰিচিতিৰ সংগ্ৰামৰ এয়া প্ৰথম পৰ্বৰহে সামৰণি

চুতীয়াসকলৰ আত্ম-চেতনা উপলব্ধিৰ এই পৰ্ব প্ৰায় একশতিকা বিয়পা (১৯২০-২০০৬)। বিশ্ব ইতিহাসৰ এক সংক্ৰান্তি সময়ত চুতীয়াসকলৰ মনোজগততো আলোড়ণ পৰিলক্ষিত হয়। স্তালিনে ১৯০৫ চনৰ পাছৰ ৰাচিয়াৰ পৰিস্থিতিৰ বৰ্ণনা কৰিছিল এনেকৈ ঃ

'The *Constitutional regime* established at that time also acted in the same direction of awakening the nationalities. The spread of newspapers and of literature generally, a certain freedom of the press and cultural institutions, an increase in the number of national theatres, and so forth, all uniquestionably helped to strengthen *national sentiments*. The Duma, with its election campaign and political groups, gave fresh opportunities for greater activity of the nations and provided, a new and wide arena for their mobilisation.' (156)

মন কৰিবলগীয়া যে ১৯০৫ চনৰ 'বিপ্লবে' অনা আপেক্ষিক পৰিবৰ্তনৰ ফলত ৰাচিয়াত বাতৰি কাকতৰ প্ৰকাশ, সংবাদমাধ্যম আৰু সাংস্কৃতিক অনুষ্ঠানসমূহৰ স্বাধীনতা, জাতীয় মঞ্চসমূহৰ সংখ্যাবৃদ্ধি, আলি-পদূলিৰ বিকাশ আৰু প্ৰসাৰ, নগৰীকৰণ, বেপাৰ-বাণিজ্যৰ বিকাশ আদি ঘটনা ঘটিছিল, যি জাতি জনগোষ্ঠীগত আৱেগক তীব্ৰতা দিছিল। আমাৰ ভাৰত তথা অসমতো ব্ৰিটিছ শাসনে অনা সদৃশ পৰিবৰ্তন, ইংৰাজী শিক্ষা, বাতৰি কাকত, তথ্য প্ৰযুক্তি, ৰেললাইন, আৰু বাচ-মটৰ আদিয়ে সম্প্ৰদায়সমূহক সংহত হ'বলৈ সুযোগ আনি দিলে।

ব্ৰিটিছৰ শোষণ-শাসনৰ বিৰুদ্ধে দেশজুৰি গঢ়ি উঠা স্বাধীনতা আন্দোলনে ঢৌৰ পাছত ঢৌ তুলি শত যুগৰ নিদ্ৰিতজনৰো নিদ্ৰা ভাঙিলে, মূকৰ মুখত দিলে গান। জাতীয় জীৱনৰ নাটঘৰলৈ সেই সময়ত হিলদ'ল ভাঙি ওলাই আহিছিল স্তালিনে কোৱাদৰেই বহুত 'hitherte unknown' জাতি আৰু জনগোষ্ঠী। আহিছিল চুতীয়াসকল। ধৰ্মীয়-শাস্ত্ৰীয় পৰিভাষাত তেওঁলোক শূদ্ৰ অথবা অতিশূদ্ৰ অন্ত্যজ। ৰাজনৈতিক পৰিভাষাত আজিৰ তাৰিখৰ এম অ' বি চি; অন্যান্য অতি পাছপৰা শ্ৰেণী।

ভাৰতবৰ্ষৰ সংখ্যাগৰিষ্ঠ মানুহেই (৫২শতাংশ) চুতীয়া সকলৰ দৰেই অ'বিচি (আৰু এম অ' বি চি)। অসমৰ আকৌ দুই-তৃতীয়াংশ (৬৫ শতাংশ) মানুহেই অ' বি চি- এম অ' বি চি বুলি কোৱা হয়। এওঁলোকেই ভাৰতবৰ্ষৰ সুবিপুল শূদ্ৰাতিশূদ্ৰ জনতা।

ইতিহাসৰ কোনো এটা সময়ত এওঁলোক সকলোবেই জনজাতি আছিল আৰু আজি কোনোবাই ডেৰহেজাৰ, কোনোবাই এহেজাৰ কোনোবাই হয়তো কেইশমান বছৰ জুৰি হিন্দু জাতি-বৰ্ণ প্ৰথাৰ সংস্পৰ্শলৈ আহিছে। মুঠৰ ওপৰত এই প্ৰতিটো সম্প্ৰদায়েই জনজাতি-জাতি-ধাৰাবাহিকতাৰ (Tribal-Caste Continuum) কোনোবা বিন্দুত অৱস্থান কৰিছে। তেওঁলোক সকলোবেই সোনকালে বা পলমকৈ জাতি-বৰ্ণ ব্যবস্থাৰ সংস্পৰ্শলৈ অহাৰ পৰা এই ব্যবস্থাৰ শক্তি বা সুদূৰপ্ৰসাৰী প্ৰভাৱ যেনেকৈ বুজা যায়, তেনেকৈ এই জনজাতীয়-অৰ্ধ-জনজাতীয় সম্প্ৰদায়বিলাকৰ বহুতেই তেওঁলোকৰ সুকীয়া অস্তিত্ব আজিও সাব্যস্ত কৰি থকাৰ পৰাই বুজা যায়, তাৰ বিৰুদ্ধে তেওঁলোকৰ প্ৰতিৰোধো আছে। সেই প্ৰতিৰোধ বৰং আজি শক্তিশালী হ'ব ধৰিছে দিনক দিনে।

দেশখনৰ এই সুবিপুল সংখ্যাগৰিষ্ঠ পৰিশ্ৰমী শূদ্ৰাতিশূদ্ৰ জনগণৰ শোচনীয় পৰিস্থিতি পৰ্যবেক্ষণ কৰি মণ্ডল আয়োগে ক'বলৈ বাধ্য হৈছিল

'That in the traditional Indian society social backwardness was a direct consequence of caste status and further, that various other types of backwardness flowed directly from this crippling handicap.'

এই সৰ্বগ্ৰাসী পশ্চাৎপদতা আছিল যুগ যুগৰ শোষণ-বঞ্চনাৰে পৰিণতি। তৎসত্ত্বেও শোষিত-দলিত মানুহে তাৰ প্ৰতিবাদ নকৰে কিয়, তেওঁলোকে এক আত্ম-চেতনা বিধ্বংসী, আত্মপৰিচয়-বিস্মৰণকাৰী, সৰ্বগ্ৰাসী হীনমন্যতাত ভোগে কিয়, তাৰ উত্তৰ বিচাৰিবলৈ গৈ আয়োগে তাৎপৰ্যপূৰ্ণভাৱে কৈছিল ঃ

**'The real triumph of the caste system lies not in upholding the supremacy of the Brahmin, but in conditioning the consciousness of the lower castes in accepting their inferior status in the ritual hierarcy as a part of natural order of things... If religion was ever used as an opium of the masses, it was done in India'(157)** (গুৰুত্ব আমাৰ)

এই কথা সঁচা যে সংস্কৃতায়ন-আৰ্যীকৰণে আদিম জনজাতিসকলক ঝুমখেতিৰ বিচ্ছিন্নতা আৰু অনুৎপাদনশীলতাৰ পৰা উলিয়াই আনি স্থায়ী কৃষি পদ্ধতিৰ জৰিয়তে এক বৃহত্তৰ উৎপাদন প্ৰক্ৰিয়াৰ লগত সংযোগ আৰু অধিক উৎপাদনশীলতা জনিত আপাত আৰ্থিক নিৰাপত্তা প্ৰদান কৰে। কিন্তু তাকে কৰিবলৈ গৈ একালৰ স্বাধীন জনজাতিবোৰে হেৰুৱায় তেওঁলোকৰ ভাষা, সংস্কৃতি, বুৰঞ্জী, আত্মবিশ্বাস আৰু আনকি আত্ম পৰিচিতি। তেওঁলোকৰ শৌৰ্যবীৰ্য, জনজীৱনৰ বৰ্ণাঢ্য অভিজ্ঞতাৰ মাণিক-মুকুতা সকলো জাহ যায় অস্পৃশ্যতা আৰু অৱমাননাৰ অতলান্তত। চুতীয়াসকলৰ ক্ষেত্ৰতো সেয়েই ঘটিব ধৰিছিল।

চুতীয়াসকলৰ সেই আত্ম-পৰিচিতি বিলুপ্তিৰ প্ৰক্ৰিয়াক অসমৰেই (তথা চুবুৰীয়া

পশ্চিমবংগৰো) আন এক সদৃশ বড়োমূলীয় জনগোষ্ঠী কোচ-ৰাজবংশীসকলৰ সংস্কৃতায়ন প্ৰক্ৰিয়াৰ লগত ৰিজাব পাৰি। এই সম্পৰ্কে এক গৱেষণামূলক অধ্যয়ন চলোৱা বিশিষ্ট তাত্বিকদ্বয় ভাস্কৰ নন্দী আৰু বাসন্তী ৰমণে কৈছে ঃ

'উত্তৰ-পূব ভাৰতৰ কোচ ৰাজবংশীসকল এক যৌগিক জনগোষ্ঠী (বহু জনগোষ্ঠীৰ সংমিশ্ৰণত গঠিত) যাৰ মাজত বহু বড়ো ভাষাভাষী জনগোষ্ঠীৰ সংমিশ্ৰণ ঘটিছে। এই জনগোষ্ঠীয়ে প্ৰায় ১৫০০ বছৰৰ এক দীৰ্ঘ সংস্কৃতায়ন প্ৰক্ৰিয়াৰ মাধ্যমেৰে বড়োভাষীৰ পৰা সংস্কৃত ভিত্তিক ভাষা-ভাষীত; ঝুম খেতিৰ পৰা স্থায়ী নাঙলেৰে হালবোৱা খেতিত; আপেক্ষিকভাৱে অবৈষম্যমূলক নাৰী পুৰুষ সম্পৰ্কৰ পৰা (এওঁলোকৰ মাজত ৰাভাসকলৰ দৰে মাতৃতান্ত্ৰিক ব্যৱস্থাও আছিল, তেওঁলোকো কোচ ৰাজবংশীসকলৰ মাজত বিলীন হৈছে) নাৰীৰ ওপৰত বাধা নিষেধ আৰোপকাৰী ব্যৱস্থালৈ আৰু ৰাষ্ট্ৰবিহীন সমাজৰ পৰা প্ৰথমে আত্মীয় ভিত্তিক (Kinship) আৰু পাছত মোটামুটি স্থায়ী ৰাষ্ট্ৰভিত্তিক সমাজলৈ ৰূপান্তৰিত হয়। এই ৰাষ্ট্ৰ ১৯৫০ চনত ভাৰতীয় গণপ্ৰজাতন্ত্ৰৰ অংগীভূত হোৱাৰ আগতে প্ৰায় চাৰিশ বছৰ ধৰি টিকি আছিল। তথাপিও ভাৰতীয় জাতি-বৰ্ণ ব্যৱস্থাত এই জনগোষ্ঠীৰ অন্তৰ্ভুক্তি লৈ বহু অনিশ্চয়তা থাকি গৈছে আৰু এওঁলোকৰ পৰিচিতিৰ প্ৰশ্নই বৰ্তমানে ৰাজনৈতিক সমস্যাৰ ৰূপত দেখা দিছে। এই প্ৰবন্ধত এই জনগোষ্ঠীৰ সংস্কৃতায়নৰ প্ৰক্ৰিয়া আৰু এই প্ৰক্ৰিয়াৰ লগত পুৰণা সংস্কৃতি আৰু সমাজৰ সংঘাত অনুসন্ধান কৰাৰ চেষ্টা চলিছে। এই সংঘাতৰ ফলতে জনগোষ্ঠীটোৱে জাতি-বৰ্ণ (Caste) আৰু জনজাতি (Tribe)ৰ মধ্যৱৰ্তী অৱস্থাত থাকি গৈছে আৰু বৰ্তমানে এটি জাতিসত্বা (Nationality) ৰূপে বিকশিত হ'বৰ সম্ভাৱনা উপস্থিত হৈছে।'(158)

উল্লেখযোগ্য যে চুতীয়াসকলৰ মাজত ক্ষত্ৰিয় হোৱাৰ যি প্ৰৱণতা পৰিলক্ষিত হৈছিল তাৰ দৰেই প্ৰথম মহাযুদ্ধৰ কিছু আগৰ পৰা ঠাকুৰ পঞ্চানন (ৰায়বাহাদুৰ পঞ্চানন বৰ্মন)ৰ নেতৃত্বত উত্তৰ বংগত এক ক্ষত্ৰিয় আন্দোলন আৰম্ভ হৈছিল। সেই আন্দোলনত যোগ দি লাখ লাখ কোচ ৰাজবংশীয়ে লগুণ পৰিধান কৰি ক্ষত্ৰিয় মৰ্যাদা দাবী কৰি বাঙালী জাতিসত্বাত বিলীন হ'ব ধৰিছিল। একেদৰে চুতীয়াসকলক ক্ষত্ৰিয় কৰাৰ প্ৰক্ৰিয়াৰ মাজতো লগুণ পিন্ধাৰ প্ৰসংগ উঠিছিল।(159) কোচসকলৰ আন্দোলনৰ মুল দিশা আছিল শুদ্ধিকৰণ। অৰ্থাৎ ঐতিহাসিক পৰম্পৰাক পৌৰাণিক কাঠামোত পুনৰবিন্যস্ত কৰি নতুন আচাৰ-অনুষ্ঠান অৱলম্বন কৰা। কিন্তু সেইদৰে শুদ্ধ হৈ, ক্ষত্ৰিয় হৈ জাতত উঠিও বংগৰ (বৰ্ণহিন্দু) বাঙালী বা অসমৰ(বৰ্ণহিন্দু) অসমীয়া সমাজৰ বৰঘৰত সোমাবলৈ নাপালে কোচ ৰাজবংশীসকলে। আজি তেওঁলোকে 'ক্ষত্ৰিয়' অভীধাটো ঘৃণাভৰে বৰ্জন কৰিছে, নিজৰ জাতীয় সংগঠনৰ নামৰ পৰা 'ক্ষত্ৰিয়' শব্দ উঠাই দিছে, জনজাতীয়ত্ব দাবী কৰিছে।

চুতীয়াসকলৰ আত্মপৰিচিতিৰ সন্ধানে তেওঁলোকক কেনেকৈ বৰ্ণহিন্দুত্বৰ ঠিক বিপৰীতে জনজাতীয়ত্ব অভিমুখে ঠেলি দিছে সেয়া আমি প্ৰত্যক্ষ কৰিলোঁ। পাঁচ হেজাৰ জাত-পাতৰ স্তৰবিন্যস্ত (hierarchical) গাঁথনিত শ্বাসৰুদ্ধ, ভাৰাক্ৰান্ত হ'বলৈ অস্বীকাৰ কৰি চুতীয়াসকলে কিদৰে নিজা সংগঠন, নিজা ছপামাধ্যম গঢ়ি তুলি তাৰ জৰিয়তে নিজা বুৰঞ্জী, নিজা প্ৰত্নতত্ব, টোটেম, জাতীয় সংগীত আদিৰে সম্পূৰ্ণ পৰিচিতি-অনুষংগ (paraphernalia of identity) ৰূপ দিবলৈ যত্নপৰ হৈছিল, সেয়াও দেখা গ'ল।

এই পৰিস্থিতিৰ সন্ধান আজি জনজাতীয়তাৰ দাবী অভিমুখে আগবাঢ়িছে। সমাজতাত্ত্বিক আৰু নৃতাত্ত্বিকভাৱে তেওঁলোকে জনজাতীয়তাৰ দাবীদাৰ হ'ব পাৰেনে নাই সেয়া বিদ্যায়তনিক চৰ্চাৰ বিষয়। কিন্তু এই দাবী যে ৰাজনৈতিক অধিকাৰ আৰু ক্ষমতাৰ দাবী, তাত সন্দেহ কৰিবলৈ একো নাই। আঠ দশকজোৰা সংগঠনৰ উপলব্ধি আৰু অভিজ্ঞতাৰে সমৃদ্ধ চুতীয়াসকলে অনুভৱ কৰিছে যে শিক্ষানুষ্ঠানৰ কেইখনমান আসন অথবা তৃতীয়-চতুৰ্থ শ্ৰেণীৰ চাকৰিয়ে তেওঁলোকৰ আকাংক্ষ্যা পূৰাব নোৱাৰে। তেওঁলোকৰ আজি প্ৰয়োজন ৰাজনৈতিক ক্ষমতাত ন্যায্য অংশৰ। অথচ অ'বিচি- এম অ'বিচি হিচাপে তেওঁলোকে চাকৰি বা শিক্ষানুষ্ঠানৰ আসন কেইখনমান পাব পাৰে, নিজৰ ৰাজনৈতিক, ভাগ্যনিয়ন্তা হ'ব নোৱাৰে, কৰিব নোৱাৰে আত্মনিৰ্ধাৰণ।

চুতীয়াসকলৰ (তথা অসমৰ আন কেইবাটা জনগোষ্ঠীৰ) আজিৰ তাৰিখত জনজাতিকৰণৰ দাবী যিমানদূৰ সমাজতাত্ত্বিক—নৃতাত্ত্বিক-বিদ্যায়তনিক দাবী, তাতোকৈ বেছি কঠিন নিটোল ৰাজনৈতিক দাবী। অথচ এই দাবীৰ পূৰণে তেওঁলোকক লৈ যাব সমস্যাটোৰ পৰৱৰ্তী ঢাপলৈ; আজিৰ অসমত ইতিমধ্যে অনুসূচীকৃত সকলো জনজাতিয়ে দাবী কৰা দৰে স্বায়ত্তশাসনৰ প্ৰশ্নৰ সমুখলৈ। এতেকে শেষ বিচাৰত চুতীয়াসকলে আজি এনে এক প্ৰক্ৰিয়াত ভৰি দিছে য'ত অন্ধ সুৰংগৰ বন্ধ প্ৰাচীৰ ভাঙি পোহৰ পেলাবলৈ হ'লে তৃণমূল পৰ্যায়লৈকে ক্ষমতাৰ বিকেন্দ্ৰীকৰণ, বহুস্তৰীয় স্বায়ত্তশাসন আৰু সংঘীয় গাঁথনিৰ প্ৰসংগ উত্থাপিত হোৱাটো অৱধাৰিত।

আৰু সেই প্ৰশ্নই মিচৰৰ স্ফিংক্সৰ প্ৰশ্নৰ দৰে, মহাভাৰতৰ ধৰ্মৰূপী বকৰ প্ৰশ্নৰ দৰে চুতীয়াসকলৰ আত্ম পৰিচিতিৰ সন্ধানকো এক ধৰ্ম-সংকটৰ সমুখীন কৰাইছে। তেওঁলোকে যদি আৰ্য ক্ষত্ৰিয়ও নহয়; অন্ত্যজ-অস্পৃশ্যও নহয়, তেতিয়াহ'লে তেওঁলোক কি? তেওঁলোকৰ আত্ম পৰিচিতিৰ সুকীয়া বুৰঞ্জীয়ে যদি আত্ম-পৰিচয় বিস্মৰণৰ বিগত বুৰঞ্জীৰ বিপৰীতে থিয় হ'ব পাৰে। যদি আপামৰ কোটি কোটি শূদ্ৰাতিশূদ্ৰ জনতাৰ আত্ম পৰিচয় অৰ্জনৰ প্ৰাণান্তক, ৰক্তক্ষয়ী সংগ্ৰামৰ সৈতে তেওঁলোকৰ আত্মপৰিচয়ৰ আত্মিক একতা প্ৰতিষ্ঠা কৰিব পাৰি, তেনেহ'লে চুতীয়া বুৰঞ্জীৰ ৰচনা প্ৰক্ৰিয়াই হয়তো অসমীয়া জাতিৰ বুৰঞ্জী পুনৰ ৰচনাৰ বাটকে মুকলি কৰিব, পুনৰবিন্যস্ত কৰিব অসমীয়া জাতি গঠন প্ৰক্ৰিয়াকে।

# চুতীয়া বুৰঞ্জীৰ নিৰ্মাণে বাট মুকলি কৰিব অসমৰ আধুনিক ইতিহাসৰ পুনৰনিৰ্মাণৰে

জনগোষ্ঠী বা সম্প্ৰদায় শব্দকিটা শুনিলেই একাংশ 'মাৰ্ক্সবাদী' আৰু একাংশ 'জাতীয়তাবাদী'য়ে মাটিতে সাতভুকু মাৰে; বহুতে সেইবিলাক বুদ্ধিজীৱীৰ বাবে অস্পৃশ্য বিষয় বুলিয়েই গণ্য কৰে। পিয়াঁজটোৰ পৰা এটা এটাকৈ বাকলি এৰুৱাই নি থাকিলে শেহত তাৰ শাহ্ বুলিবলৈ একো নাথাকিবগৈ বুলিও বিলাপ কৰে। কিন্তু জাতিটো যে এটা পিয়াঁজৰ দৰে নহৈ এটা চালাড বাউল (Salad bowl)ৰ দৰেও হ'ব পাৰে, তেওঁলোকে নাভাবে। কেইজনমান গোস্বামী-শৰ্মা-মহন্ত-বৰদলৈ-ফুকনৰ মহিমামণ্ডিত প্ৰচেষ্টাই যে অসমীয়া জাতিটোক মানৰ আক্ৰমণৰ দিনৰ পৰা আজিৰ সন্ত্ৰাসজৰ্জৰ দুই শতিকাত তেজৰ বৈতৰণী পাৰ কৰোৱা নাই, সেইটো তেওঁলোকে নুবুজে। সুৰেন্দ্ৰনাথ বুঢ়াগোহাঞি, ভীমবৰ দেউৰী-ৰূপনাথ ব্ৰহ্ম- ভ্ৰমৰচন্দ্ৰ শইকীয়া - চিদানন্দ দাস - হেমাংগ বিশ্বাস - কাৰ্ক দলে মিৰি - অধ্যাপক পি.এম. চাৰোৱান - মৌলানা ভাচানী - পীতাম্বৰ দেৱ গোস্বামী - চন্দ্ৰনাথ শৰ্মা আদিৰ যৌথ নেতৃত্বইহে অসমক তৰাই আহিছে আৰু তৰাই থাকিব।

তাৰবাবে প্ৰয়োজন, অসমীয়া জাতিসত্তাৰ অংশীদাৰ প্ৰতিটো জনগোষ্ঠীৰ আত্মমৰ্যাদাবোধৰ, আত্মসন্মানৰ, আত্মপৰিচিতিৰ, আত্মবিশ্বাসৰ। এই ইতিহাসৰ অনুসন্ধানে তেওঁলোকক যদি আত্মপৰিচিতিৰ সেই আত্মবিশ্বাসেৰে উদ্দীপ্ত কৰিব পাৰে, তেনেহ'লে শেষ বিচাৰত উপকৃত হ'ব অসম আৰু অসমীয়া জাতিয়েই। ভাল চুতীয়া হৈও ভাল অসমীয়া হ'ব পাৰি, মহান অসমীয়া আভিধানিক, চুতীয়া সন্মিলনৰ জন্মদাতা ভ্ৰমৰ চন্দ্ৰ শইকীয়াই জানো সেই শিক্ষাকে আমাক দি যোৱা নাই !



# প্ৰসংগপঞ্জী

(1) G.P. Deshpande(ed) : **Selected Writings of Jotirao Phule**, p.7
(2) W.N. Kuber : **Dr Ambedkar: A Critical Study**, P10-11
(3) Elanor Zelliot : *Learning the use of Political Means :* The Mahars of Maharashtra in Rajni Kothari (ed) **Caste in Indian Politics**, p.33
(4) Thomas Mathew : **Caste and Class Dynamics : Radical Ambedkarite Praxis**, p.XV.
(5) Dr. Debi Chatterjee : **Ideas and Movements against Caste in India**, p157-167.
(6) Ibid, p. 188
(7) সুকৃতি ৰঞ্জন বিশ্বাস ঃ **দলিত মুক্তি আন্দোলন**, পৃ ১৩৮-১৪০
(8) **1901 Census Report**
(9) Bimal J. Dev & Dilip K. Lahiri : **Cosmogony of Caste and Social Mobility in Assam**, p.26
(10) **1901 Census Report, (Assam)**, Chapter XI, P118 & p-153
(11) **Cosmogony of Caste and Social Mobility in Assam**, p.15
(12) Ibid, p.24.
(13) Chapter on Caste, **Census of 1901**, Ch XI, p.126
(14) **1901 Census Report**, Ch XI, p.153
(15) Ibid, p.118
(16) Ibid, ch IX, p.126
(17) ড. দেৱব্ৰত শৰ্মা, জয়ন্ত মাধৱ দত্ত ঃ **'পৰম্পৰা আৰু প্ৰতিবাদ'ত জয়ন্ত মাধৱ দত্তই লোৱা সাক্ষাৎকাৰ**, পৃ ৩৪-৫২
(18) ড. দুৰ্গেশ্বৰ বৰা সম্পাদিত স্মৃতিগ্ৰন্থ, যোৰহাট জিলা সাধনী দিৱস, (১৯৯৭), পৃ ৪
(19) ৰামেশ্বৰ বড়া ঃ **আহোম সভাৰ বুৰঞ্জী**, পৃ ১১-১২
(20) দীন তামুলী ঃ **'অৱক্ষয়'** (একাংকিকা) স্মৃতিগ্ৰন্থ, সদৌ অসম চুটীয়া জাতি সন্মিলন, কমাৰবন্ধা, পৃ ৮৭
(21) **কুণ্ডিল**, চতুৰ্থ সংখ্যা, পৃ ১
(22) সদৌ অসম চুটীয়া সন্মিলনঃ **চতুদৰ্শ অধিৱেশনৰ কাৰ্যবিৱৰণী**, পৃ ১১
(23) **সভাপতিৰ অভিভাষণ**, বিংশতম অধিৱেশন, সদৌ চুটীয়া জাতি সন্মিলন, চুটীয়া কাঁড়ী, (১৯৭৯), পৃ ৬
(24) আসাম চুটীয়া সন্মিলনঃ **চতুৰ্থ অধিৱেশন, সভাপতিৰ অভিভাষণ আদি**, বানমুখ,

(১৯৩০) পৃ ৪৬
(25) পূর্ণচন্দ্র শইকীয়া ঃ সভাপতিৰ অভিভাষণ, অসম চুতীয়া সন্মিলনী, বেঙেনাখোৱা, (১৯৩৮-৩৯) পৃ ৮
(26) Memorandum on the Demand of Chutias as a Backward Minority, 1946,p.8
(27) সদৌ অসম চুতীয়া সন্মিলনঃ নবাণ অধিবেশন (১৯৪৬)ত গৃহীত প্ৰস্তাৱসমূহ, পৃ ৩-৪
(28) সদৌ অসম চুতীয়া সন্মিলন ঃ অনুন্নত সম্প্ৰদায় আয়োগলৈ দিয়া স্মাৰকপত্ৰ, ১৯৫৩ পৃ-৪
(29) সদৌ অসম চুতীয়া সন্মিলনঃ ১৯৭৪চনৰ চাবিং অধিবেশনৰ কাৰ্যবিৱৰণী, পৃ ৮
(30) Dr. Swarnalara Baruah : A Brief History of the Chutias Containing an Idea of the Trends of their Population Growth.., স্মৃতিগ্ৰন্থ, সাধনীদিৱস, গুৱাহাটী,১৯৯৩ পৃ ঃ ৩১
(31) আসাম চুতীয়া সন্মিলন, চতুৰ্থ অধিবেশন, বানমুখ,১৯৩০ পৃ ৩৫
(32) Memorandum on the Demands of the Chutias of Assam as a Backward Minority, 1946,p.8
(33) সদৌ অসম চুতীয়া সন্মিলন ঃ হাবাজান ১৯৬৪ ৰ কাৰ্যবিৱৰণী, পৃ ৬
(34) ড. দুৰ্গেশ্বৰ বৰা, ঘনশ্যাম নেওগৰ প্ৰস্তাৱ ঃ সদৌ অসম চুতীয়া সন্মিলন, পীড়াকটা,১৯৬৮পৃ ২১
(35) কমল চন্দ্ৰ চুতীয়া, অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ, পৃ ৫
(36) Dr. Swarnalata Baruah : *'A Brief History of the Chutias Containing an Idea of Trends in their Population Growth'*, স্মৃতিগ্ৰন্থ, সাধনীদিৱস,
(37) আসাম চুতীয়া সন্মিলনঃ দ্বিতীয় অধিবেশনৰ কাৰ্যবিৱৰণী, বহা, ১৯২৭ পৃ ২৪-২৫
(38) অসম চুতীয়া সন্মিলনীঃ নিয়মাৱলী (সংশোধিত),যোৰহাট,১৯৩৬ পৃ ২
(39) সদৌ অসম চুতীয়া সন্মিলনঃ নিয়মাৱলী, বহমৰীয়া, ১৯৪৮
(40-41) সদৌ অসম চুতীয়া সন্মিলনঃ নবাণ অধিবেশনৰ গৃহীত প্ৰস্তাৱসমূহ, ১৯৪৬, পৃ ২
(42) কুল চুতীয়া ঃ চুতীয়া সন্মিলনৰ চমু ইতিবৃত্ত আৰু সংক্ষিপ্ত কাৰ্যাৱলী, কমাৰবন্ধা অধিবেশনৰ স্মৃতিগ্ৰন্থ, পৃ ৩৩
(43) ভৱকান্ত চুতীয়া ঃ চুতীয়াসকলঃ চমু ইতিবৃত্ত আৰু সাংস্কৃতিক পৰিচয়, পৃ ৪৯
(44) সদৌ অসম চুতীয়া সন্মিলন ঃ চতুৰ্দশ অধিবেশনৰ কাৰ্যবিৱৰণী, পৃ ১৮
(45) আসাম চুতীয়া সন্মিলন ঃ দ্বিতীয় অধিবেশনৰ বিৱৰণী, পৃ ৪
(46) ঐ, পৃ ৩-৪
(47) সদৌ অসম চুতীয়া সন্মিলন ঃ নবাণ অধিবেশনত গৃহীত প্ৰস্তাৱসমূহ, (১৯৪৬), পৃ ৭
(48) সদৌ অসম চুতীয়া সন্মিলন, সপ্তদশ বাৰ্ষিক অধিবেশনঃ সভাপতিৰ অভিভাষণ,

(১৯৭২), পৃ ৮

(49) আসাম চুতীয়া সন্মিলন, তৃতীয় অধিবেশনঃ সভাপতিৰ অভিভাষণ আদি ১৯২৯চন।

(50) সদৌ অসম চুতীয়া সন্মিলনঃ নিয়মাৱলী (১৯৪৮), পৃ ৬

(51-52) সদৌ অসম চুতীয়া সন্মিলনঃ চতুৰ্দশ অধিবেশনৰ কাৰ্যবিৱৰণী, ১৯৬৮, পৃ ৪,১২,১৭

(53) গুণকান্ত চুতীয়া সম্পাদিত স্মৃতিগ্ৰন্থ, তিনিচুকীয়া অধিবেশন, ১৯৯৪

(54) লক্ষীধৰ বড়া ঃ সাধাৰণ সম্পাদকৰ প্ৰতিবেদন, ১৯৯৪, পৃ ৯

(55) নামঘৰ, গোলাঘাট,২০০৫

(56) বেথাৰাম দেউৰী ঃ *'দেউৰী চুতীয়াৰ অতীত আৰু বৰ্তমান'* সদৌ চুতীয়া জাতি সন্মিলন, ষষ্ঠবিংশতিতম মৰাণহাট অধিবেশন,১৯৯৭

(57) ড. দুৰ্গেশ্বৰ বৰা সম্পাদিত জাগৰণ,পৃ ২৫

(58) এজন অসাধাৰণ সাধাৰণ মানুহ, পৃ ৫৯

(59-60) আসাম চুতীয়া সন্মিলন ঃ দ্বিতীয় অধিবেশনৰ বিৱৰণ (১৯২৭), পৃ ৩-৯

(61) আসাম চুতীয়া সন্মিলনৰ তৃতীয় অধিবেশনৰ বিৱৰণ (১৯২৯), পৃ ৬৬

(62) আসাম চুতীয়া সন্মিলনৰ চতুৰ্থ অধিবেশনৰ বিৱৰণ (১৯৩০), পৃ ৪৪

(63) ঐ, পৃ ৩৪-৩৫

(64) অসম চুতীয়া সন্মিলনীঃ সভাপতিৰ ভাষণ, ষষ্ঠ অধিবেশন (১৯৩৮), পৃ ১৭-১৮

(65) সপ্তম অধিবেশন, (১৯৪৬)ৰ কাৰ্যবিৱৰণী,

(67) কমল চন্দ্ৰ চুতীয়াৰ সভাপতিৰ অভিভাষণ, চাবিং (১৯৭৪) পৃ- ২

(68) সদৌ অসম চুতীয়া সন্মিলন, চতুৰ্দশ অধিবেশন ১৯৬৮, পৃ ৮-৯

(69) ভ্ৰমৰ চন্দ্ৰ শইকীয়া ঃ চুতীয়া জাতি, জাঁজী ১৯২২ চন, পাতনি

(70) তৃতীয় অধিবেশনৰ কাৰ্যবিৱৰণী, ১৯২৯

(71) এজন অসাধাৰণ সাধাৰণ মানুহ, পৃ ৪৩-৩৩

(72) তৃতীয় অধিবেশনৰ কাৰ্যবিৱৰণী, ১৯২৯, পৃ ৫১-৫২

(73) পানীন্দ্ৰ গগৈ, (১৯৪৭) পাতনি

(74) এজন অসাধাৰণ সাধাৰণ মানুহ, পৃ- ৫৮

(75) শব্দমালা (১৯৫৮), পাতনি

(76) ভ্ৰমৰচন্দ্ৰ শইকীয়া ঃ সাধ্বীবাণী, (১৯৯৩), পৃ- পক্ষ

(77) এজন অসাধাৰণ সাধাৰণ মানুহ, পৃ ৫

(78) সাধ্বী বাণী, পৃ 'ঙ'

(79) ভ্ৰমৰচন্দ্ৰ শইকীয়া, সূচনা, ১৯২৫, পৃ ২-৫

(80) প্ৰথম আসাম চুতীয়া সন্মিলন, ১৯২৫

(81) আসাম বড়ো ছাত্ৰ সন্মিলনৰ কাৰ্যবিৱৰণী, বৌমাৰী, ১৯২৯, পৃ ১৩

(82) ভ্ৰমৰ চন্দ্ৰ শইকীয়া ঃ আসাম চুতীয়া সন্মিলন, তৃতীয় অধিবেশন, পীড়াকটা ১৯২৯

(83) আসাম চুটীয়া সন্মিলনঃ নিয়মাৱলী (সংশোধিত) ১৯৩৬

(84) সদৌ অসম চুটীয়া সন্মিলনঃ নিয়মাৱলী, ১৯৪৮

(85) চতুৰ্থ অধিৱেশনৰ কাৰ্যবিৱৰণী, বাণমুখ, ১৯৩০

(86) মোহনৰাম শইকীয়া ঃ *সদৌ অসম চুটীয়া সন্মিলনৰ চমু আভাস,* মৰাণ অধিৱেশনৰ স্মৃতিগ্ৰন্থ, মৰাণ, ১৯৭৬

(87) *প্ৰথম অধিৱেশনৰ সভাপতি ৰজনীকান্ত বৰদলৈৰ অভিভাষণ,* কুণ্ডিল, চতুৰ্থ সংখ্যা, পৃ ২-১২

(88) আসাম চুটীয়া সন্মিলনঃ চতুৰ্থ সভাপতিৰ অভিভাষণ আদি ১৯২৯

(89) সভাপতিৰ অভিভাষণ আদি, চতুৰ্থ অধিৱেশন, ১৯৩০, পৃ ৫৩-৫৪

(90) ঐ, পৃ ৬৬

(91) ঐ, পৃ ৬৮

(92) সদৌ চুটীয়া জাতি সন্মিলন ঃ মৰাণ অধিৱেশনৰ স্মৃতিগ্ৰন্থ, মৰাণ, ১৯৭৯, পৃ ৪

(93) ললিত চুটীয়া ঃ *চুটীয়া ৰাজ্য শদিয়াৰ সভ্যতা, সংস্কৃতি আৰু অৱক্ষয়,* সোণপিৰি,পৃ-৬৪

(94) ঐ, পৃ ৬৬

(95) ঐ

(96) ইন্দিৰা মিৰিৰ লগত লেখকৰ সাক্ষাৎকাৰ, ২৫-৭-১৯৯৮

(97) টংকেশ্বৰ দেউৰী ঃ *স্বৰ্গীয় ভীমবৰ দেউৰীৰ বিষয়ে তিনিটা কথা,* ড. দেৱব্ৰত শৰ্মা সম্পাদিত ভীমকৰ্মা ভীমবৰ, গুৱাহাটী ২০০২, পৃ ১৭

(98) ড. দেৱব্ৰত শৰ্মাৰ 'অসম সাহিত্য সভাই যিবোৰ প্ৰশ্নৰ উত্তৰ দিব লাগিব' (২০০৫),ৰ পৃ. ২৮ ত ত্ৰৈলোক্যনাথ গোস্বামীৰ অতীতৰ কথাৰ (গুৱাহাটী, ১৯৯০পৃ ১৬৪-৬৫) উদ্ধৃতি)

99) *অসম ঃ জনগোষ্ঠীগত প্ৰশ্ন আৰু স্বায়ত্তশাসন,* ভেউকা, এপ্ৰিল মে' ১৯৯৬

100) Dr. A. Guha : **Planter Raj to Swaraj**, P.190

101) বেণুধৰ কলিতা ঃ পণ্ডিত কনক চন্দ্ৰ শৰ্মা, নগাওঁ, ১৯৯৮, পৃ ৫১

102) কুল চুটীয়া ঃ *চুটীয়া সন্মিলনৰ চমু ইতিবৃত্ত আৰু সংক্ষিপ্ত কাৰ্যাৱলী,* স্মৃতিগ্ৰন্থ, সদৌ অসম চুটীয়া জাতি সন্মিলন, (কমাৰবন্ধা,১৯৮৯), পৃ ৩২

(103) আসাম চুটীয়া সন্মিলনঃ চতুৰ্থ অধিৱেশন, সভাপতিৰ অভিভাষণ আদি, পৃ ৪৪

(104) দেৱী চুটীয়াৰ সম্পাদকীয় ঃ স্মৃতিগ্ৰন্থ, সদৌ চুটীয়া জাতি সন্মিলন, (মৰাণ,১৯৯৭)

(105) **Memorandum on the demands of the Chutias of assam as a Backward Miniority**, 1946, p.5

106) Ibid, P.8-9

107) Ibid, P. 12

108) *Memorandum on the Ahoms as a Minority*, ড. দেৱব্ৰত শৰ্মা সম্পাদিত 'অন্যতম অসমীয়া জাতীয় নেতা সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঞি', পৃ- ১৮৯

109) ঐ, পৃষ্ঠা- ১৮৯
110) চুতীয়া সম্প্ৰদায়ৰ তৰফৰ পৰা অনুন্নত সম্প্ৰদায় অন্ত আৰোপনে পঠোৱা স্মাৰকপত্ৰ, যোৰহাট, ১৯৫৩
111) Memorandum on the demands of Chutias of as a most back ward and unrepresented community, Amguri, 1969
112) গোলোকচন্দ্ৰ বড়াঃ সভাপতিৰ অভিভাষণ, সপ্তদশ বাৰ্ষিক অধিবেশন, বকবাগাঁও, ১৯৭২, পৃ ১২
113) ড. পৱন চন্দ্ৰ শইকীয়াৰ অভিভাষণ ঃ চুতীয়া (চ'তীয়া)ৰ বিপৰ্যয়, ষষ্ঠদশ অধিবেশন, চৰাইবাহী, ১৯৭০চন
114) (ড.) পদ্মধৰ শইকীয়াঃ ছাত্ৰ সভাৰ সভাপতিৰ অভিভাষণ (পীড়াকটা,১৯৬৮), পৃ ৭ (ড. দুৰ্গেশ্বৰ বৰাৰ দ্বাৰা প্ৰকাশিত)
115) জীতেন বৰা ঃ মোহনৰাম শইকীয়াদেৱৰ পবিত্ৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি, পৃ ১২
116) ললিত চুতীয়া ঃ *'চুতীয়াসকল জাতি নহয়, জনজাতি'*, কমাৰবন্ধা অধিবেশনৰ স্মৃতিগ্ৰন্থ, ১৯৮৯, পৃ ১৮-১৯
117) Memorandum to Prime Minister on Scheduling, 1980, P-7
118) B.C. Allen in **Assam District Gazetter**, Lakhimpur, Vol. VIII, 1905, quoted in the above memorandum
119) চতুৰ্থ অধিবেশনৰ বিবৰণীত সংযোজিত বিশেষ অধিবেশনৰ সভাপতিৰ অভিভাষণ, পৃ ৫৬-৬০
120) ভ্ৰমৰ, প্ৰথম বছৰ প্ৰথম সংখ্যা, মাঘ, ১৮৬৯ শক
121) Rosalind O Hamlon : **Caste, Conflict and Ideology**, Cambridge, Cambridge University Press 1985
122) বদ্ৰেশ্বৰ মহন্ত ৰচনাৱলী, পৃ ৬৬,৭৩,২৭৫
123) হেমকোষ, (১৯৯২), পৃ ৯৩৩
124) ভ্ৰমৰ চন্দ্ৰ শইকীয়াঃ সাধনী বাণী, পৃ ২৭-২৮
125) কুণ্ডিল, চতুৰ্থ সংখ্যা, গোলাঘাট ২০০০
126) ভ্ৰমৰ, তৃতীয় বছৰ, দ্বিতীয়-তৃতীয়-চতুৰ্থ সংখ্যাত পুনৰমুদ্ৰিত জোনাকীৰ ১৮৯৩-৯৪ চনৰ প্ৰবন্ধ
127) দিব্যজ্যোতি বৰা ঃ *'সাধনীঃ দ্বিতীয় লিংগ'*, নমিতা শইকীয়া সম্পাদিত সাধনী দিৱসৰ, স্মৃতিগ্ৰন্থ, যোৰহাট, ২০০৫ পৃ - ৩১-৩০
128) ললিত চুতীয়া ঃ *'বাণী সাধনীৰ ঐতিহাসিক গুৰুত্বৰ অবমূল্যায়ন হ'ব নালাগে,'* সদৌ চুতীয়া জাতি সন্মিলন, ষষ্ঠবিংশতিতম মৰাণহাট অধিবেশনৰ স্মৃতিগ্ৰন্থ, ১৯৭চন
129) স্বৰ্ণভূমিৰ লোক বা চুতীয়া জাতি, পৃ ৪৫
130) সভাপতিৰ অভিভাষণ, ২৩ তম্ অধিবেশন, ১৯৮৯ পৃ ১

131)মনোৰঞ্জন ফুকন : যৱ বিহু .. কুশল কোঁৱৰ চুতীয়ানে?
132)স্মৃতিগ্ৰন্থ, সদৌ চুতীয়া জাতি সন্মিলন (তিনিচুকীয়া,১৯৯৪)
133)মনোৰঞ্জন ফুকন : যৱ বিহু .. কুশল কোঁৱৰ চুতীয়ানে?
134)ঐ
135)ভ্ৰমৰচন্দ্ৰ শইকীয়া : সাধনী বাণী, পৃ-ঝ
136)এজন অসাধাৰণ সাধাৰণ মানুহ, পৃ ৪৩
137)ভ্ৰমৰস্মৃতি, পৃ ১৩
138)সভাপতিৰ অভিভাষণ, ১৯৮৯, পৃ ১
139)কমাৰবন্ধা অধিবেশনৰ স্মৃতিগ্ৰন্থ, পৃ ৪৮
140)এজন অসাধাৰণ সাধাৰণ মানুহ, পৃ ১০৪
141)ড. দুৰ্গেশ্বৰ বৰাৰ দ্বাৰা সম্পাদিত, জাগৰণ, পৃ ১৪
142)ঐ
143)কুণ্ডিল, দ্বিতীয় সংখ্যা, ১৯৯৪, পৃ ৬২
144)বেণুধৰ শৰ্মাৰ ১৯৫৮ চনৰ প্ৰদত্ত ভাষণ *চুতীয়াকৃষ্টি* সদৌ চুতীয়া জাতি সন্মিলনৰ স্মৃতিগ্ৰন্থ, ১৯৯৪
145)স্মৃতিগ্ৰন্থ, মৰাণহাট অধিবেশন, ১৯৯৭চন, পৃ ২৩
146)স্মৃতিগ্ৰন্থ, তিনিচুকীয়া অধিবেশন, ১৯৯৪ চন
147)কছাৰী বুৰঞ্জী, পৃ. পাতনি
148)চুতীয়া জনগোষ্ঠীৰ চমু পৰিচয়, পৃ ৭
149)চুতীয়া বুৰঞ্জীৰ অ'ত ত'ত, পৃ ২১-২৩
150)সেৱিন বৰাৰ পৰিয়ালৰ এঘাৰ প্ৰজন্মৰ বংশাৱলী আৰু তেওঁৰ লগত সাক্ষাৎকাৰ, ১৫-৮-২০০৬
151)সংস্কৃতৰ দেশ, পৃ ১৭,৩৫,৭০ ইত্যাদি।
152)ৰাজমোহন নাথঃ *চুতীয়া জাতিৰ পুৰাতত্ত্ব,* সদৌ অসম চুতীয়া সন্মিলনৰ অষ্টাদশ অধিবেশনৰ স্মৃতিগ্ৰন্থ, (১৯৭৪), পৃ ১০-১৬
153) আসাম চুতীয়া সন্মিলনীৰ নিয়মাৱলী, ১৯২৫ চন।
154)ভ্ৰমৰ স্মৃতি, পৃ ৩০-৩১
155)চতুৰ্দশ অধিবেশনৰ কাৰ্যবিৱৰণী
156)J.V. Stalin : *Marxism and the National Question* in **J. Stalin Works**, Vol II, Kolkata,1998, p.246
157)**Mandal Commission Report**, First Part, Delhi,1980, pp14,16
158)Vaskar Nandy & Vasanthi Raman : *The Long Transition : The Koch Rajbangshis of North Eastern India,* in Dev Nathan ed. **From Tribe to Caste**, Indian Institute of Advances Studies,Shimla,1997, pp 446ff.

# গ্ৰন্থপঞ্জী


মনোৰঞ্জন দত্ত : অসমৰ উত্তৰ-মধ্যযুগত অৰ্থনৈতিক উত্তৰণ আৰু সামন্ততান্ত্ৰিক স্খলন, গুৱাহাটী- ২০০২

ৰজনীকান্ত হাজৰিকা : মংগোলকছাৰী গুপ্ত ইতিহাস, খোৱাং ১৯৮৫।

মনোৰঞ্জন ফুকন : ৰব বিহু, জেৰেবিহু আৰু বিহুৰ অতীত বৰ্তমানৰ এটি আলোকপাত : লাচিত বৰফুকন আৰু কুশল কোঁৱৰ চুতীয়ানে? সোণাৰি, ২০০১।

সূৰ্যকান্ত খনিকৰ : ব্ৰহ্মপুত্ৰ সভ্যতা : প্ৰাচীনত্ব আৰু সাংস্কৃতিক বিকাশ, গুৱাহাটী, ১৯৯৯।

সূৰ্যকান্ত খনিকৰ : স্বৰ্ণভূমিৰ লোক বা চুতীয়াজাতি, গুৱাহাটী, ১৯৮৯

চন্দ্ৰেন শইকীয়া : যোগী শিলাৰ নৌকা তোৰণ, যোৰহাট, ২০০৩।

বিনয় ঘোষ : বাংলার নবজাগৃতি, কলকাতা, ১৯৯৩

ড. প্ৰফুল্ল মহন্ত : অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ ইতিহাস, গুৱাহাটী,১৯৯১

সুশোভন সৰকাৰ : বাংলাৰ ৰেনেশাঁস, কলকাতা, ২০০১

ইৰফান চহ্বী : বিশ্ব ইতিহাসৰ পোহৰত হাজোৰ কবীৰ গোসাঁই, গুৱাহাটী, ১৯৯৯

কোৰেশ্বৰ বৰুৱা সম্পাদিত : ছোটকোঁৱৰৰ বুৰঞ্জী, গুৱাহাটী, ২০০৫

কোৰেশ্বৰ বৰুৱা : জননেতা ভীমবৰ দেউৰী, গুৱাহাটী. ২০০২

কোৰেশ্বৰ বৰুৱা : লুইতৰ আগবিৰ অসমীয়া সভ্যতা, গুৱাহাটী. ২০০০

ড. ভুবনধৰ নাথ : অসম বুৰঞ্জী, গুৱাহাটী, ২০০৫।

ললিত চুতীয়া : চুতীয়া জনগোষ্ঠীৰ চমু পৰিচয়, ধেমাজি, ১৯৯৭।

ড. দেৱব্ৰত শৰ্মা -

ড. দেৱব্ৰত শৰ্মা -

জয়ন্তমাধৱ দত্ত : পৰম্পৰা আৰু প্ৰতিবাদ , যোৰহাট, ২০০৫।

হেমেন বৰগোহাঞি জয়ন্তী চুতীয়া সম্পাদিত : সোণাৰাম চুতীয়াঃ এজন অসাধাৰণ সাধাৰণ মানুহ, গুৱাহাটী, ২০০০

ড° নিৰ্মলপ্ৰভা বৰদলৈ : চেৰিফুলৰ দেশ জাপান আৰু বিস্ময়কৰ চীন, গুৱাহাটী, ১৯৯১

ভ্ৰমৰ চন্দ্ৰ শইকীয়া : শব্দমালা, জাঁজি, ১৯১৫ চুতীয়া জাতি, জাঁজি, ১৯২২
শব্দমালা, ডিমৌ, ১৯৫৮
সাধনী বাণী, দেৰগাওঁ, ১৯৯৪
পানীন্দ্ৰ নাথ গগৈ, ডিমৌ ১৯৪৭
সাহিত্যৰ হাঁচতি (অপ্ৰকাশিত) ১৯৩৪

গুণকান্ত চুটিয়া : চুটিয়া বুৰঞ্জীৰ অ'ত ত'ত দুলীয়াজান ১৯৯২

প্ৰতাপ নেওগ : বিৰ্ত

: কুমচং, কুং -কিং, কুং-লিং, গোলাঘাট, ২০০০

স্মৃতিপ্ৰকাশ সংঘ : ৰমৰ স্মৃতি, জাঁজী, ১৯৪৪

লক্ষীধৰ বড়া : চুতীয়া জাতিৰ জাতীয় চেতনা, (অপ্ৰকাশিত টোকা), যোৰহাট ২০০৬

ভৰকান্ত চুতীয়া : চুতীয়া সকলৰ চমু ইতিবৃত্ত আৰু সাংস্কৃতিক পৰিচয়, গোলাঘাট ১৯৮২ ।

সূৰ্যকুমাৰ ভূঞাৰ(সম্পাদিত) : দেওধাই অসম বুৰঞ্জী,গুৱাহাটী, ১৯৯০

প্ৰতাপ নেওগ : সৎকুলৰ দেশ, কমাৰগাঁও, ২০০৫
চুতীয়া জাতি আৰু জনগাথক গীত, কমাৰগাঁও, ২০০২

ড° দেৱব্ৰত শৰ্মা : ৰমৰচন্দ্ৰ শইকীয়া আৰু আসাম চুতীয়া সন্মিলন, *দৈনিক জনমভূমি*, ১১/৯/২০০৫

Debi Chatterjee : **Ideas and Movements against Caste in India Ancient to Modern Times**, Calcutta, 1998

Rosalind O' Hanlon : **Caste, Conflict and Ideology**, Cambridge, Cambridge University Press, 1985

Dr. Amalendu Guha : **Medical and Early Colonial Assam: Society Polity Economy**, Calcutta, 1991
**Planter Raj to Swaraj**, New Dellhi, 1988

B.B Misra : **The Indian Middle Classes**, London, 1978

Girin Phukon (ed) : **Inter Ethnic Conflict is North East India**, New Delhi 2005

Thomas Mathew : **Caste and Class Dynamics : Radical Ambedkarite Praxis**, New Dellhi. 1992

G P Deshpande ed. : **Selected Writings of Jotirao Phule**, Delhi, 2002

Bimal J Dev, & Dilip K Lahiri : **Cosmogony of Caste and Social Mobility in Assam**, Delhi, 1984

Rajni Kothari (ed) : **Caste in Indian Politics**, Delhi, 1986

S.L. Baruah : **A Comprehensive History of Assam**, Delhi, 2005

W.W. Hunter : **A Statistical Account of Assam** Vol I & II, Delhi 1990

W.N. Kuber : **Dr. Ambedkar : A Critical Study**, Delhi, 1979

Dr. Devabrata Sharma : **Non- State Literary and Cultural Organisations in the Construction of Assamese National Identity and Ethos (1873-1960)** (unpublished thesis)

J.V. Stalin : **J. Stalin Works**, Vol II, Kolkata,1998, Govt. of India

**Mandal Commission Report**, First Part, Delhi, 1980, pp14,16

Vaskar Nandy & Vasanthi Raman : *The Long Transition : The Koch Rajbangshis of North Eastern India*, in Dev Nathan ed. **From Tribe to Caste**, Indian Institute of Advances Studies, Shimla, 1997,

A.C Bhuyan & S. De (ed) (Government of Assam) : **Political History of Assam**, Vol III (1940-47), Guwahati, 1980

Arunachal Pradesh Govt : **Malinithan, Heritage of Arunachal**, Itanagar, 1972

Y.A. Raikar : *Temple and Fort Architecture in Arunachal Pradesh*, **Arunachal News**, Itanagar, 1978

Govt of Assam : Chapter on Caste, **Census of 1901**

Govt of Assam : **Census Reports of 1881,1891, & 1961**, Rel-evant parts.

E.T. Dalton : **Descriptive Ethnology of Bengal**, Calcutta, 1973

## চুতীয়াসকলৰ আলোচনী সমূহ ঃ

মোহনৰাম শইকীয়া সম্পাদিত ভ্ৰমৰ, কলকাতা-ডিমৌ

(১) প্ৰথম বছৰ প্ৰথম সংখ্যা, মাঘ, ১৮৬৯ শক।
(২) প্ৰথম বছৰ দ্বিতীয় সংখ্যা, ভাদ ১৮৭০ শক।
(৩) প্ৰথম বছৰ, তৃতীয় সংখ্যা, কাতি ১৮৭০ শক।
(৪) প্ৰথম বছৰ, চতুৰ্থ সংখ্যা, ১৮৭১ শক।
(৫) দ্বিতীয় বছৰ, প্ৰথম সংখ্যা, ১৮৭১ শক।
(৬) দ্বিতীয় বছৰ, দ্বিতীয় সংখ্যা,১৮৭২ শক।
(৭) দ্বিতীয় বছৰ, তৃতীয় সংখ্যা।
(৮) দ্বিতীয় বছৰ, চতুৰ্থ সংখ্যা, (আহিন-আঘোন), ১৮৭২ শক
(৯) তৃতীয় বছৰ, দ্বিতীয় তৃতীয়, চতুৰ্থ যুগ্ম সংখ্যা, শাওন-চ'ত, ১৮৭৪ শক

ভৱকান্ত শইকীয়া সম্পাদিত কুণ্ডিল

(১) প্ৰথম বছৰ প্ৰথম সংখ্যা, গুৱাহাটী, ১৯৯৩ চন।
(২) দ্বিতীয় সংখ্যা, গোলাঘাট, ১৯৯৪ চন।
(৩) তৃতীয় সংখ্যা, গোলাঘাট ১৯৯৭ চন।
(৪) চতুৰ্থ সংখ্যা, গোলাঘাট, ২০০০ চমন।

অনিল কুমাৰ বৰা সম্পাদিত
(৫) পঞ্চম সংখ্যা, লখিমপুৰ, ২০০৫ চন।

## চুতীয়া সন্মিলনৰ কাৰ্যবিৱৰণী, ভাষণাৱলী ইত্যাদি
## (কাল অনুক্রমে)

ভ্রমৰ চন্দ্র শইকীয়া সংকলিত : আসাম চুতীয়া সন্মিলন প্রথম অধিবেশনৰ বিৱৰণী, জাঁজী, ১৯২৫ চন।

ভ্রমৰ চন্দ্র শইকীয়া সংকলিত : আসাম চুতীয়া সন্মিলনৰ কাৰ্যবিৱৰণী (১৯২৫-১৯২৭) বহ্য, ১৯২৭ চন।

ভ্রমৰ চন্দ্র শইকীয়া সংকলিত : আসাম চুতীয়া সন্মিলন (দ্বিতীয় অধিৱেশনৰ বিৱৰণ),যোৰহাট, ১৯২৭

ভ্রমৰ চন্দ্র শইকীয়া সংকলিত : আসাম চুতীয়া সন্মিলনৰ তৃতীয় অধিবেশনৰ বিৱৰণ, পীড়াকটা, ১৯২৯ চন।

ভ্রমৰচন্দ্র শইকীয়া সংকলিত : আসাম চুতীয়া সন্মিলন, তৃতীয় অধিবেশন, সভাপতিৰ অভিভাষণ আদি, পীড়াকটা ১৯২৯ চন।

ভ্রমৰচন্দ্র শইকীয়া সংকলিত : আসাম চুতীয়া সন্মিলন, চতুৰ্থ অধিবেশন, সভাপতিৰ অভিভাষণ আদি, বাননুখ, ১৯৩০ চন।

ভ্রমৰ চন্দ্র শইকীয়া সংকলিত : আসাম চুতীয়া সন্মিলন, পঞ্চম অধিবেশনৰ বিৱৰণ, চাবিং ১৯৩৫ চন।

পূৰ্ণচন্দ্র শইকীয়া : অসম চুতীয়া সন্মিলনী, ষষ্ঠ অধিবেশনৰ সভাপতিৰ অভিভাষণ,বেঙেনাখোৱা, ১৯৩৮ চন।

মোহনৰাম শইকীয়া : অসম চুতীয়া সন্মিলনীৰ বুৰঞ্জী, (অপ্রকাশিত অসম্পূৰ্ণ পাণ্ডুলিপি) ডিমৌ, আনুমানিক ১৯৩৮ চন।

পূৰ্ণ চন্দ্র শইকীয়া, তিলেশ্বৰ হাজৰিকাৰ দ্বাৰা প্রকাশিত : সদৌ অসম চুতীয়া সন্মিলন, সপ্তম অধিবেশনৰ প্রস্তাৱসমূহ, মৰাণ, ১৯৪৬ চন।

সদৌ অসম চুতীয়া সন্মিলন : ত্রয়োদশ বাৰ্ষিক অধিবেশন হাৰাজান (ভাতমৌ) উঃ লখিমপুৰ ১৯৬৪ চন।

কুল চুতীয়াৰ দ্বাৰা প্রকাশিত : সদৌ অসম চুতীয়া সন্মিলন চতুৰ্দশ অধিবেশন, পীড়াকটা, যোৰহাট ১৯৬৮চন।

পদ্মধৰ শইকীয়া : সদৌ অসম চুতীয়া সন্মিলন চতুৰ্দশ অধিবেশন, ছাত্র সভাৰ সভাপতিৰ অভিভাষণ, পীড়াকটা, যোৰহাট ১৯৬৮ চন।

লক্ষীনাথ শইকীয়া : সভাপতিৰ অভিভাষণ, সদৌ অসম চুতীয়া সন্মিলন পঞ্চদশ বাৰ্ষিক অধিবেশন, বৰপথাৰ, ১৯৬৯ চন।

যোগেশ্বৰ শইকীয়া : আদৰণী সমিতিৰ সভাপতিৰ অভিভাষণ সদৌ অসম চুতীয়া সন্মিলন, বৰপথাৰ, গোলাঘাট ১৯৬৯ চন।

পৱন চন্দ্র শইকীয়া : চুতীয়া (চ'ভীয়া)ৰ বিপৰ্যয় অভিভাষণ, সদৌ অসম চুতীয়া সন্মিলন, ষষ্ঠদশ অধিবেশন, চৰাইবাহী, যোৰহাট ১৯৭০

চন।

গোলোক চন্দ্ৰ বড়া : সভাপতিৰ অভিভাষণ, সদৌ অসম চুতীয়া সন্মিলন, সপ্তদশ বাৰ্ষিক অধিবেশন, বকৰাগাঁও, গোলাঘাট, ১৯৭২ চন।

কমল চন্দ্ৰ চুতীয়া : অভ্যৰ্থনা সমিতিৰ সভাপতিৰ অভিভাষণ, সদৌ অসম চুতীয়া সন্মিলন, অষ্টাদশ অধিবেশন, চাবিং ১৯৭৪ চন।

হেমকান্ত খনিকৰৰ দ্বাৰা প্ৰকাশিত : সদৌ অসম চুতীয়া সন্মিলন, অষ্টাদশঅধিবেশনৰ বিৱৰণী, চাবিং ১৯৭৪ চন।

পুনি হাজৰিকা : সভাপতিৰ অভিভাষণ, সদৌ অসম চুতীয়া সন্মিলন. অষ্টাদশ অধিবেশন, চাবিং ১৯৭৪ চন।

তৰুণ চুতীয়া : সম্পাদকীয় প্ৰতিবেদন সদৌ অসম অন্যান্য পিচপৰা শ্ৰেণী সন্মিলন, জালাহঘাট, বৰপেটা, ১৯৭৫ চন।

গোলোক চন্দ্ৰ বৰা : সভাপতিৰ অভিভাষণ, সদৌ চুতীয়া জাতি সন্মিলন (বিংশতিতম অধিবেশন) চুতীয়াকাঁড়ী, উঃ লখিমপুৰ, ১৯৭৯ চন।

কোমেশ্বৰ বৰুৱা : অভ্যৰ্থনা সমিতিৰ সভাপতিৰ আদৰণি ভাষণ, বিংশতিতম অধিবেশন, সদৌ চুতীয়া জাতি সন্মিলন, চুতীয়াকাঁড়ী, উ-লঃ ১৯৭৯ চন।

কুলনাথ চুতীয়া : অভ্যৰ্থনা সমিতিৰ সভাপতিৰ আদৰণি ভাষণ, সদৌ চুতীয়া জাতি সন্মিলন, একবিংশতিতম অধিবেশন, কেকুৰি বেবেজিয়া ১৯৮২ চন।

কোমেশ্বৰ বৰুৱা : সভাপতিৰ অভিভাষণ, সদৌ চুতীয়া জাতি সন্মিলন, অসম দ্বাবিংশতিতম অধিবেশন, যোৰহাট ১৯৮৫ চন।

বলোভদ্ৰ তামুলী : অভ্যৰ্থনা সমিতিৰ সভাপতিৰ ভাষণ, বিশেষ অধিবেশন, গুৱাহাটী, ১৯৮৮ চন।

কোমেশ্বৰ বৰুৱা : সভাপতিৰ ভাষণ, সদৌ চুতীয়া জাতি সন্মিলন, অসম ত্ৰয়োবিংশতিতম অধিবেশন, কমাৰবন্ধা, গোলাঘাট, ১৯৮৯ চন।

দীন তামুলী : অভ্যৰ্থনা সমিতিৰ সভাপতিৰ আদৰণি ভাষণ, ১৯৮৯ চন। সদৌ চুতীয়া জাতি সন্মিলন, ত্ৰয়োবিংশতিতম অধিবেশন।

লক্ষীধৰ বড়া : সাধাৰণ সম্পাদকৰ প্ৰতিবেদন, সদৌ চুতীয়া জাতি সন্মিলন, অসম, গুৱাহাটী ১৯৯২-৯৪ চন।

শৰৎ শইকীয়া : সভাপতিৰ অভিভাষণ, সদৌ চুতীয়া জাতি সন্মিলন, অসম মহাৰজত জয়ন্তী, ২৭ তম্ অধিবেশন, কমাৰবন্ধা, গোলাঘাট, ২০০০ চন।

গোপী শইকীয়া : সাধনী দিৱসৰ ইতিহাস (ছপা প্ৰচাৰপত্ৰ), পীড়াকটা, যোৰহাট ২০০৫ চন।

ভীমকান্ত কোঁৱৰ সম্পাদিত : সংস্কৃতি, সদৌ অসম অন্যান্য পিচপৰা শ্ৰেণী সন্মিলনৰ ৫ম বাৰ্ষিক অধিবেশনৰ স্মৃতিগ্ৰন্থ, ডিব্ৰুগড় ১৯৭৩ চন।

পৱন চন্দ্ৰ শইকীয়া (সম্পাদিত) : স্মৃতিগ্ৰন্থ, সদৌ অসম চুতীয়া সন্মিলন, অষ্টাদশ অধিবেশন,

সোণালী জয়ন্তী বছৰ, চাবিং ১৯৭৪ চন।

পদ্ম চুতীয়া (সম্পাদিত) : স্মৃতিগ্ৰন্থ, সদৌ অসম চুতীয়া সন্মিলন, উনবিংশ অধিবেশন, মৰাণ ১৯৭৬ চন।

বুদ্ধীন বৰুৱা, ভবক চুতীয়া (সম্পা): স্মৃতিগ্ৰন্থ, সদৌ চুতীয়া জাতি সন্মিলন বিংশতিতম অধিবেশন, চুতীয়াকাঁড়ী, উত্তৰ লখিমপুৰ, ১৯৭৯ চন।

ড. অজিত কুমাৰ বৰা (সম্পাদিত) : স্মৃতিগ্ৰন্থ, সদৌ চুতীয়া জাতি সন্মিলন, দ্বাবিংশতিতম অধিবেশন, যোৰহাট ১৯৮৫ চন।

ৰণজিৎ তামুলী (সম্পাদিত) : স্মৃতিগ্ৰন্থ, সতী সাধনী স্মৃতি সোণালী জয়ন্তী উৎসৱ, ৰবীন্দ্ৰ'ভ, শিৱসাগৰ, ১৯৮৮ চন।

অনিল কুমাৰ শইকীয়া ( সম্পাদিত): স্মৃতিগ্ৰন্থ, টীয়ক আঞ্চলিক সতী সাধনী উৎসৱ, টীয়ক, ১৯৮৮ চন।

ড. দুৰ্গেশ্বৰ বৰা (সম্পাদিত) : জাগৰণ, যোৰহাট জিলা চুতীয়া জাতি সন্মিলনৰ অষ্টম অধিবেশন, যোৰহাট, ১৯৮৯ চন।

ভৱকান্ত চুতীয়া (সম্পাদিত) : স্মৃতিগ্ৰন্থ, সদৌ অসম চুতীয়া জাতি সন্মিলন, কমাৰবন্ধা, ১৯৮৯ চন।

কোমেশ্বৰ বৰুৱা, সূৰ্যকান্ত খনিকৰ,
কুলধৰ চুতীয়া সম্পাদিত : স্মৃতিগ্ৰন্থ, সাধনী দিবস, গুৱাহাটী, ১৯৯০ চন।

বাতুল হাজৰিকা (সম্পাদিত) : ৰণশিঙা, সদৌ চুতীয়া জাতি যুব ছাত্ৰ সন্মিলনৰ মধ্যকালীন প্ৰতিনিধি সভাৰ স্মৃতিগ্ৰন্থ, যোৰহাট, ১৯৯০ চন।

শিশুৰাম চুতীয়া (সম্পাদিত) : চন্দনগিৰি, সাধনী দিবসৰ স্মৃতিগ্ৰন্থ, সৰুপথাৰ, ১৯৯৩ চন।

গুণকান্ত চুতীয়া (সম্পাদিত) : স্মৃতিগ্ৰন্থ, সদৌ চুতীয়া জাতি সন্মিলন। পঞ্চবিংশতিম অধিবেশন, তিনিচুকীয়া, ১৯৯৪ চন।

ড. দুৰ্গেশ্বৰ বৰা (সম্পাদিত) : স্মৃতিগ্ৰন্থ, সতী সাধনী স্মৃতি দিবস, যোৰহাট, ১৯৯৫ চন।

ড. দুৰ্গেশ্বৰ বৰা (সম্পাদিত) : স্মৃতিগ্ৰন্থ, যোৰহাট জিলা সাধনী দিবস, যোৰহাট, ১৯৯৭ চন।

দেৱী চুতীয়া (সম্পাদিত) : স্মৃতিগ্ৰন্থ, সদৌ চুতীয়া জাতি সন্মিলন, ষষ্ঠ বিংশতিতম অধিবেশন, মৰাণহাট,১৯৯৭ চন।

হেমচন্দ্ৰ ৰাজখোৱা (সম্পাদিত) : স্মৃতিগ্ৰন্থ-৭৫, মহাৰজত জয়ন্তী, সদৌ চুতীয়া জাতি সন্মিলন, কমাৰবন্ধা আলি, ২০০০ চন।

ৰজনীকান্ত চুতীয়া (সম্পাদিত) : সাধনী তীৰ্থ, কেন্দ্ৰীয় সাধনীদিবসৰ স্মৃতিগ্ৰন্থ সদৌ চুতীয়া জাতি সন্মিলন, চিচি ৰৰগাঁও, ধেমাজি।

নমিতা শইকীয়া (সম্পাদিত) : স্মৃতিগ্ৰন্থ, যোৰহাট জিলা সাধনী দিবস, যোৰহাট, ২০০৫ চন।

গোপিকানন্দ শইকীয়া (সম্পাদিত): স্মৃতিগ্ৰন্থ, বোকাখাত মহকুমা সাধনী দিবস,বোকাখাত, ২০০৫ চন।

মানিক শইকীয়া (সম্পাদিত) : কাকডোঙা, সদৌ চুতীয়া জাতি সন্মিলন উনত্ৰিংশতিতম অধিবেশন, বৰহোলা,২০০৫ চন।

দিগন্ত কুমাৰ বৰা (সম্পাদিত) : নাহৰৰ, সদৌ চুতীয়া জাতি ছাত্ৰ সন্থা, প্ৰথম বাৰ্ষিক অভিবৰ্তন, গোলাঘাট, ২০০৫ চন।

